# ভাৰতৰ ৰাজকীয় ঋণ

অনুবাদক

শ্ৰীঅমিয় কুমাৰ দাস।



বেচ—।০ আঠ অনা।

# প্ৰকাশকৰ নিবেদন ।

———:০:———

'Financial obligation between Great Britain and India" বোলা কিতাপখন প্ৰকাশ হোৱা বহুত দিন হ'ল। ভাৰতৰ বিভিন্ন ভাষাত এই কিতাপখন অনুবাদ হৈ প্ৰকাশ হৈছে। কিন্তু ইমান দিনেও এই কিতাপখনৰ অসমীয়া ভাঙনি নোলোৱাত, বিশেষ অনুমতি লৈ "ভাৰতৰ ৰাজকীয় ঋণ" নাম দি এই কিতাপখন অসমীয়া ভাষাত প্ৰকাশ কৰা হ'ল। এই কিতাপৰ ইংৰাজী, হিন্দি, বঙালী আদি সংস্কৰণৰ দাম খনে এটকাকৈ কৰিছে। কিন্তু অসমীয়া ৰাইজৰ কিনা-শক্তিৰ ওপৰত চকু ৰাখি কিতাপৰ দাম ।৹ অনা কৰা হ'ল। কেইটামান অৰ্থ-নীতিক শব্দৰ ব্যাখ্যা পৰিশিষ্টত দিয়া হৈছে, যদিও এই কেইটা শব্দৰ ব্যাখ্যা মূল কিতাপত দিয়া হোৱা নাই। ইতি—

গুৱাহাটী, ১।৪।৩৩

শ্ৰীহেমচন্দ্ৰ বৰুৱা

———

# বিষয় সূচী

—:*:—

## ৱাৰ্কিং কমিটী

## নিখিল ভাৰত কংগ্ৰেছ কমিটী

### এলাহাবাদ

১। ইষ্ট ইণ্ডিয়া কোম্পানী আৰু ভাৰতবৰ্ষত বৃটিশ গৱৰ্ণমেণ্টৰ আৰ্থিক লেন-দেন, আৰু তথাকথিত ভাৰতৰ ৰাজকীয় ঋণ সম্পৰ্কে তদন্ত কৰি ভাৰতবাসীৰ দায়িত্ব—যি দায়িত্ব ভবিষ্যতলৈ ভাৰতবাসীয়ে বহন কৰিব লাগিব নে ইংলণ্ডই বহন কৰিব লাগিব, এই সম্পৰ্কে ৰিপোৰ্ট কৰিবলৈ নিখিল ভাৰত কংগ্ৰেছ কমিটীৰ ৱাৰ্কিং কমিটীয়ে নিযুক্ত কৰাত আমি স্বাক্ষৰকাৰী সকলোৱে তলত লিখামতে ৰিপোৰ্ট দাখিল কৰিছো।

---

## প্ৰথম ভাগ

২। তথ্য, হিছাপ আদি সংগ্ৰহ, পাৰিপাৰ্শ্বিক অৱস্থা সম্পৰ্কে অনুসন্ধান, তদন্ত কৰা বিষয় আলোচনা কৰাত কাৰ্য্য-কৰী হোৱা মতামত, সাদৃশ্যজনক ঘটনাদি, পূৰ্ব্ববৰ্ত্তী দৃষ্টান্তাদিৰ নজীৰ ইত্যাদি সংগ্ৰহ কৰি সেই মতে ৰিপোৰ্ট দাখিল কৰাই আমাৰ এই তদন্তৰ উদ্দেশ্য বুলি আমি ভাবো। আলোচ্য বিষয় সম্পৰ্কে যিদৰে আমাক নিৰ্দ্দেশ কৰা হৈছে, তাত তিনিটা কথা সোমাই আছে :—

(ক) ইষ্ট ইণ্ডিয়া কোম্পানী আৰু বৃটিশ গৱৰ্ণমেণ্টৰ লেন-দেনৰ মুঠ হিছাপ—যাৰ দায়িত্ব পাৰ্লামেণ্টে আইন প্ৰণয়ন কৰি, নাইবা আন উপায়েৰে ভাৰতবৰ্ষৰ ওপৰত জাপি দিছে

(খ) কোম্পানীৰ হাতৰপৰা বৃটিশ গৱৰ্ণমেণ্টে ভাৰতবৰ্ষৰ শাসন-ভাৰ লোৱাৰ পাছৰপৰা যিবোৰ লেন-দেন হোৱাৰ ফলত ভাৰতবৰ্ষৰ ওপৰত আৰ্থিক বোজা পৰিছে।

(গ) ভবিষ্যতলৈ ভাৰতবৰ্ষ, নাইবা ইংলণ্ডৰ ওপৰত কি দায়িত্ব পৰিব সেই সম্পৰ্কে ৰিপোৰ্ট।

ভাৰতবৰ্ষৰ ওপৰত এতিয়ালৈকে যি দায়িত্ব জাপি দিয়া হৈছে, তাৰ বাবে ভাৰতবাসীৰ সামৰ্থ্য আৰু ঔচিত্য, ন্যায়পৰতা ইত্যাদি আমি আলোচনা কৰিব লাগিব।

আমি যি সিদ্ধান্তত উপনীত হৈছোঁ সেই সিদ্ধান্তলৈ আহোঁতে, ইংলণ্ডৰ ওপৰত ভাৰতবৰ্ষৰ দাবী থকা সকলো বিষয়বে আমি আলোচনা কৰি চাইছো। দায়িত্ববিহীন কাৰ্য্যকৰী গৱৰ্ণমেণ্টে ভাৰতবৰ্ষৰ ওপৰত জাপি দিয়া সকলো দায়িত্ব আলোচনা নকৰাকৈ অস্বীকাৰ কৰা, নাইবা, প্ৰত্যাহাৰ কৰাটো কংগ্ৰেছৰ উদ্দেশ্য নহয় বুলি বুজিবলৈ দিয়াটোৱেই আলোচ্য বিষয়ৰ ভিতৰত তৃতীয় দফা সুমাই দিয়াৰ প্ৰধান কাৰণ বুলি আমি বিশ্বাস কৰো।

৩। আমাৰ এই তদন্তৰ বিষয় আলোচনা কৰিবৰ সুবিধাৰ বাবে নিৰ্দ্দেশ কৰা চৰ্ত্ত যথাৰ্থতে পালন কৰি আমি তিন খণ্ডত এই বিষয়টো ভাগ কৰি লৈছো। প্ৰথমতে ১৮৫৮ সনলৈকে ইষ্ট ইণ্ডিয়া কোম্পানীৰ মুঠ লেন-দেনৰ হিছাপ সংগ্ৰহ কৰি আলোচনা কৰিছো। তাৰ পাছতেই আৰ্থিক দায়িত্বৰ সৰ্ব্বমুঠ আৰু তথাকথিত ভাৰতৰ ৰাজকীয় ঋণ প্ৰধান দুভাগে ফালি লৈ—(১) সম্পত্তিৰ সৃষ্টি নকৰি আন কিবা বিষয়ৰবাবে লোৱা ঋণ, অৰ্থাৎ অনুৎপাদনশীল ঋণ আৰু (২) কিছুমান সম্পত্তিৰ সৃষ্টি কৰিবৰ উদ্দেশ্যে লোৱা ঋণ, অৰ্থাৎ

উৎপাদনশীল ঋণ * আমি আলোচনা কৰিছো। শেহত ন্যায়সঙ্গতভাবে আৰু উচিতমতে ভাৰতবৰ্ষ আৰু বৃটেনৰ ভিতৰত কাৰ ভাগত কিমান আৰ্থিক বোজা, নাইবা দায়িত্ব পৰিব, সেই সম্পৰ্কে আলোচনা কৰিছো।

৪। বৰ্ত্তমান অৱস্থা নোহোৱালৈকে, আমাৰ তদন্তৰ বিষয়ীভূত আৰ্থিক বোজা সম্পৰ্কে কাৰ্য্যকৰী প্ৰতিবাদ দূৰৰ কথা, ভাৰতীয় প্ৰজাৰ একো মাত-বোল কৰিবলৈকে অধিকাৰ নাছিল। এই সূত্ৰতে ভাৰতবৰ্ষৰ শাসনতন্ত্ৰ কিবোৰ অৱস্থাৰ মাজেদি—বিশেষকৈ, ভাৰতীয় প্ৰজাৰ, নাইবা প্ৰতিনিধিসকলৰ আৰ্থিক বিষয়ত মতামত প্ৰকাশ কৰাৰ ক্ষমতাৰ অভাৱ—বৰ্ত্তমানৰ গঢ়লৈ আহিছে, সেই সম্পৰ্কে আলোচনা কৰা টোও আৱশ্যকীয় হব। ১৮৬০ সনত পোন-প্ৰথমতে বৰ্ত্তমানৰ গঢ়ত ভাৰতীয় বাজেট সেই সময়ৰ লেজিছলেটিভ কাউন্সিলত—যি কাউন্সিল কেতিয়াও ভাৰতীয় প্ৰজাসমূহৰ প্ৰতিনিধিত্বৰ নিদৰ্শনসূচক নাছিল,—উপস্থিত কৰা হৈছিল।

---

* ইংৰাজী শব্দ Productive আৰু Unproductive loans বুজাবলৈ অসমীয়াত উৎপাদনশীল আৰু অনুৎপাদনশীল ঋণ ব্যৱহাৰ কৰা হৈছে। যি ঋণ আয় উৎপন্ন কৰা কামত ব্যৱহাৰ কৰা হয় তাক উৎপাদনশীল ঋণ বোলা হয়, যেনে ‘ইৰিগেশ্যন’ বিভাগৰ খাল খনা আদি কামত, নাইবা ৰেলৱে লাইনৰ বাবে প্ৰয়োজনীয় ব্যয়ৰপৰা গৱৰ্ণমেণ্টে বহু টকা বছৰি আয় কৰে। সেই বাবে এনে বিধৰ কামৰ বাবে লগা ঋণক উৎপাদনশীল ঋণ বোলা হৈছে। কিন্তু যুদ্ধাদিৰ বাবে প্ৰয়োজনীয় কামত ব্যৱহাৰ কৰা ঋণৰপৰা আয় সম্ভৱ নহয়। সেইবাবে ইয়াক অনুৎপাদনশীল ঋণ বোলা হৈছে। [অনুবাদক]

কিছুমান আইন প্ৰণয়ন কৰা বিষয়াদিৰ বাহিৰে আন কোনো কাৰণত কাউন্সিল—য'ত কেইজনমান ভাৰতীয় লোককো মনোনীত কৰি সুমুৱাই লোৱা হৈছিল—১৮৬১ সনৰ আইনমতে বহুবাৰ পৰাৰ বিধান নাছিল, তাত বাজেটৰ আলোচনা কৰিবলৈকো একো ক্ষমতা দিয়া হোৱা নাছিল। বাজেটখন কাউন্সিলত উপস্থিত কৰা হৈছিল আৰু কিবা নতুন আৰ্থিক দায়িত্ব কাউন্সিলত গ্ৰহণ কৰিবলগীয়া হলেহে বুজাই দিয়া হৈছিল। ১৮৯২ সনত ভাৰতীয় কাউন্সিল আইন প্ৰণয়ন নোহোৱালৈকে, সেই দৰেই চলি আছিল। কিন্তু এই আইন মতেও কাউন্সিলক বাজেটৰ আলোচনা কৰিবৰ ক্ষমতা দিয়া হোৱা নাছিল, অৱশ্যে বাজেটখন বুজাই দিবলৈ গবৰ্ণমেণ্ট এই আইনমতে বাধ্য হল। যদিও মেম্বৰসকলক এই সম্পৰ্কে মন্তব্যাদি কৰিবলৈ অনুমতি দিয়া হৈছিল, তথাপি বাজেট বিষয়ক প্ৰস্তাবাদিৰ আলোচনা কৰিবলৈ, নাইবা দাবি ধৰিবলৈ তেওঁলোকৰ একো ক্ষমতা নাছিল। ১৯০৯ সনৰ ভাৰতীয় কাউন্সিল আইনে পৰোক্ষ নিৰ্ব্বাচন নীতিৰে নিৰ্ব্বাচিতৰ সংখ্যা কাউন্সিলত বঢ়ালে আৰু সেই আইনমতে ৰাজহ আৰু ব্যয়ৰ কিছুমান বিষয়ৰ নিৰ্দ্দেশ কৰি কাউন্সিলত আলোচনা কৰিবলৈ ক্ষমতা দিয়া হল। এই আইনমতে কেৱল মাত্ৰ নিৰ্দ্দিষ্ট সেই কেইটা বিষয়ৰ লগত সম্পৰ্ক থকা প্ৰস্তাবাদি দাবি ধৰিবলৈ আৰু সেই সম্পৰ্কে ভোট লবলৈ কাউন্সিলক ক্ষমতা দিয়া হল। কিন্তু এনেবিধৰ প্ৰস্তাবাদি সম্পূৰ্ণতে অনুমোদনমূলক আছিল। গবৰ্ণমেণ্ট পক্ষৰ সদায় সৰহীয়া সংখ্যাৰ মেম্বৰ থকা বাবে এনেবিধৰ প্ৰস্তাবাদি দাবি ধৰিও একো লাভ নাছিল। ১৯২০ সনৰ পাছৰপৰা প্ৰাদেশিক

আৰু কেন্দ্ৰীয় গৱৰ্ণমেণ্টৰ শাসনতন্ত্ৰত বহুতো পৰিবৰ্ত্তন ঘটিল, তথাপিও দায়িত্ববিহীন কাৰ্য্যকৰী গৱৰ্ণমেণ্টৰ হাতভেই আছল ক্ষমতা থাকিল। ব্যয়ৰ বিষয়বোৰ ফালি কিছুমানত ভোট দিব পৰা, আৰু কিছুমানত ভোট দিব নোৱৰা কৰা হল আৰু মুঠ ব্যয়ৰ শতকৰা ৭৫ ভাগ ভোট দিব নোৱৰা বিষয়-বিলাকৰ ভিতৰত ৰখা হল। এই কথাযাৰেৰে আৰু প্ৰাদেশিক গৱৰ্ণৰ আৰু গৱৰ্ণৰ-জেনেৰেলৰ ছাৰ্টিফিকেশ্যনৰ স্বকীয়া ক্ষমতাৰে ভাৰতবৰ্ষৰ ৰাজহ আৰু ব্যয়ৰ যিটো অংশত ভাৰতীয় প্ৰজাৰ প্ৰতিনিধিবৰ্গৰ হাতলৈ দিবলৈ বুলি সংকল্প কৰা হৈছিল, তাক ব্যৰ্থ কৰা হল। ইয়াৰ উপৰিও, নিয়মমতে ৰাজহ নাইবা ঋণ আদি বিষয় সম্পৰ্কে প্ৰস্তাৱাদি উত্থাপন কৰিবৰ সকলো ক্ষমতা গৱৰ্ণ-মেণ্টক দিয়া হৈছে। এই কথাষাৰ ন্যায়মতে কব পাৰি যে বৃটিঃশ ৰাজত্বৰ শুৰিৰেপৰা বৰ্ত্তমানলৈকে কোনো সময়তেই ভাৰতবাসীৰ সম্মতি লৈ কোনো এটা আৰ্থিক দায়িত্বৰ বোজা ভাৰতবাসীৰ ওপৰত জাপি দিয়া হোৱা নাছিল। এতিয়া এই সময়ত যেতিয়া দুয়োখন দেশে এটা মীমাংসা কৰিবলৈ পৰস্পৰৰ লগত কথা-বতৰা চলাই আছে, ভাৰতবাসীৰ ওপৰত জাপি দিয়া আৰ্থিক দায়িত্ব কাৰ ভাগত কিমান পৰে, সেই প্ৰশ্ন ন্যায় আৰু ঔচিত্যৰ ফালৰপৰা আলোচনা কৰাৰ প্ৰয়োজন হৈছে।

৫। ভাৰতীয় ঋণ অস্বীকাৰ কৰিবলৈ যত্ন কৰা বুলি কংগ্ৰেছৰ ওপৰত মাজে সময়ে দোষাৰোপ কৰা হয়। অস্বী-কাৰ কৰা দূৰত থাওক, দেশৰ কল্যাণৰ বাবে লোৱা ঋণ মঞ্জুৰ কৰিবলৈকে কংগ্ৰেছে যত্ন কৰিছে। বৰ্ত্তমানৰ ৰাজকীয় ঋণক যথাৰ্থতে জাতীয় ঋণ বুলিব নোৱাৰি, কাৰণ প্ৰকৃততে এই

ঋণ গ্রেট বৃটেনে লৈ ভাৰতবাসীৰ ওপৰত জাপি দিছিল। ৭০ বছৰ পূৰ্ব্বতে ছাৰ জৰ্জ্জ বিনগেটে এইদৰে লিখিছিল :—

"এই বিষয়টো সাৱধানে আলোচনা কৰিলে দেখা যাব যে ভাৰত গৱৰ্ণমেণ্ট (ৰাজনীতিত 'ষ্টেট' বুলিলে যিদৰে বুজা যায়, সেইদৰে বুজামতে 'ষ্টেট' নহয়) বৃটিশ গৱৰ্ণমেণ্টৰ এটা বিভাগ মাথোন আছিল। 'বোর্ড অৱ কণ্ট্ৰোল'ৰ প্ৰেছিডেণ্টৰ অধীনত কাম কৰি, বৃটিশ মন্ত্ৰীসভাই ভাৰতবৰ্ষ শাসননীতিৰ আচলতে পৰিচালক আছিল। ইষ্ট ইণ্ডিয়া কোম্পানী এখন সুবিধাজনক আঁৰ-কাপোৰ হে আছিল, ভাৰতীয় বিষয়বিলাকত মন্ত্ৰীসভাৰ দায়িত্ব প্ৰকাশ্যে স্বীকৃত হোৱা হলে পাৰ্লিয়ামেণ্টৰ পক্ষৰপৰা এই-বিলাকত যিদৰে হকাবধা হলহেতেন, তেনেবিধৰ হকাবধা নোহোৱাকৈ, এই আঁৰ-কাপোৰৰ আশ্ৰয় লৈ মন্ত্ৰীসভাই ভাৰতীয় ধনসম্পদ আৰু ৰাজহ ব্যৱহাৰ কৰিব পাৰিছিল। যদি কথাবোৰ এইদৰে হয়, আৰু প্ৰকৃততে এই কথাষাৰৰ একো প্ৰতিবাদ কৰিব নোৱাৰি,—আদিৰেপৰা অন্তলৈকে, ভাৰত গৱৰ্ণমেণ্টৰ সকলো কাৰ্য্যাৱলী বৃটিশ জাতিৰেই কাৰ্য্য আছিল বুলি আমি সিদ্ধান্ত কৰিবলৈ বাধ্য। গৱৰ্ণমেণ্টৰ নিয়ম-তন্ত্ৰৰ নাইবা জাতীয় গৱৰ্ণমেণ্টৰ ক্ষীণ আভাস পৰ্য্যন্ত ভাৰতবৰ্ষই কেতিয়াও পোৱা নাছিল। বৃটিশ গৱৰ্ণমেণ্টৰ ক্ৰমানুক্ৰমে হোৱা মন্ত্ৰীসভাৰ আদৰ্শমতে বিজিত দেশৰ দৰে ভাৰতবৰ্ষক শাসন কৰা হৈছিল। প্ৰকৃততে ভাৰতৰ ৰাজকীয় ঋণ আমাৰ দেশৰ গৱৰ্ণমেণ্টে কৰিছে, তেন্তে আমি কিয় আৰু কেনেকৈ ভাৰতীয় দায়িত্ব নিজৰ গাৰপৰা

জোকাৰি আনৰ গাত জাপি দিও? আমাৰ সাম্ৰাজিক গৱৰ্ণমেণ্টে জাপি দিয়া ভাৰত গৱৰ্ণমেণ্টৰ এই দায়িত্বৰ বাবে স্থায়পৰায়ণতাৰ ফালৰপৰা গ্ৰেট বৃটেন দায়ী। বৃটিঃশ ভাৰতবৰ্ষৰ ওপৰত জাপি দিয়া ঋণৰ প্ৰত্যেক কোটী টকাই গ্ৰেট বৃটেনৰ ঋণ বঢ়াইছে আৰু এই কথাযাবেই আমাৰ দেশৰ বাইজৰ ওচৰত ভাৰতীয় ৰাজস্ব নীতিৰ গুৰুত্ব বঢ়াইছে। ছিপাহী বিদ্ৰোহ আৰম্ভ হবৰেপৰা, ভাৰতীয় গৱৰ্ণমেণ্টে শতকৰা ৬৲ টকা হাৰে সুদ লৈ প্ৰায় এক কোটী টকা ভাৰতবৰ্ষত ঋণ তুলিছে। অথচ ভাৰত গৱৰ্ণমেণ্টে আমাৰ দেশত এইখিনি ধন শতকৰা ৪৲ হাৰে সুদত, আৰু বৃটিঃশ জাতিয়ে শতকৰা ৩॥০ হাৰে সুদত তুলিব পাৰিলেহেঁতেন। এই অমিতব্যয়ী নীতিৰ ফলত আমাৰ জাতীয় দায়িত্ব বছৰে ৫ লাখকৈ বাঢ়িছে আৰু এনে এটা আত্মঘাতী নীতি আৰু এটা দিনলৈকে থাকিলে শেষ হিছাপৰ দিনত আমাৰ দেনা বহুতো বাঢ়িব। বৃটিঃশ ৰাইজে এইফালে নোচোৱাকৈ থাকিব পাৰে, কিন্তু এই শেষ হিছাপৰ দিন এদিন নহয় এদিন নিশ্চয় আহিব।"

—*Our Financial Relations with India.* পৃষ্ঠা ২৩-২৪

আৰু আমি কওঁ যে এতিয়া সেই শেষ হিছাপৰ দিন আহিছে।

৬। কিছুমানে এই বুলি কয় যে এইবিলাক দায়িত্বত আমাৰ আমি স্পৰ্শ কৰিব নোৱৰা পবিত্ৰতা কিছু পৰিমাণে আছে আৰু সেই বাবে এই সম্পৰ্কে প্ৰতিবাদ কৰা উচিত নহয়। আমি এই বিষয়ত একো পবিত্ৰতাৰ অস্তিত্ব দেখা নাপাওঁ। ভাৰতবাসীৰ ইচ্ছা নোহোৱাকৈ ভাৰতবৰ্ষৰ ৰাজহৰ

ওপৰত এই বোজা জাপি দিয়া হৈছে, আৰু ভাৰতীয় প্ৰজাৰ উপকাৰ সাধিবলৈকে এইবোৰ ঋণ কৰা হৈছিল বুলি বুজাই নিদিয়া-লৈকে এই সম্পৰ্কে 'পবিত্ৰতা' কথাষাৰ মানি লোৱাটো টান। বাস্তৱিকতে, এই কমিটীৰ গাত এই সম্পৰ্কে ফঁহিয়াই তদন্ত কৰিবলৈ যি ভাৰ দিয়া হৈছে, তাৰ উদ্দেশ্য হৈছে এই সম্পৰ্কে বিচাৰ কৰা অৰ্থাৎ এইবোৰ দায়িত্ব কি পৰিমাণে ভাৰতবৰ্ষই ন্যায় আৰু উচিত মতে বহন কৰিব লাগে। যদি এইবিলাকৰ কোনো ঋণ ভাৰতবাসীৰ উপকাৰ নাইবা মঙ্গলৰ বাবে কৰা হোৱা নাছিল বুলি বিচাৰত পোৱা যায়, তেন্তে নীতিসঙ্গত ভাৱে এনেবিধৰ ঋণৰপৰা মুক্তি পাবলৈ আমাৰ অধিকাৰ আছে। যেতিয়া এনেবিধৰ ঋণ কৰা হৈছিল, সেই সময়ত ন্যায়মতে কোন পক্ষই এই ঋণৰ বোজা লোৱা উচিত আছিল তাক বিচাৰ কৰাই যুক্তিসঙ্গত কথা হব।

---

# দ্বিতীয় ভাগ

## ইষ্ট ইণ্ডিয়া কোম্পানীৰ শাসনৰ তলত

৭। ইষ্ট ইণ্ডিয়া কোম্পানীৰ হাতৰপৰা মহাৰাণীয়ে ভাৰতবৰ্ষ শাসনৰ ভাৰ লবৰ সময়ত ভাৰতবৰ্ষৰ বাবে টকা-কড়িৰ লেন-দেন লৈ তেওঁলোক দুয়োৰো ভিতৰত যিটো নিষ্পত্তি হৈছিল, তাৰ হিছাপ পৰীক্ষা কৰি চোৱাটোৰেই আমি পোনতে আৰম্ভ কৰিম। এই হিছাপ চোৱাৰ আগতে, ইষ্ট ইণ্ডিয়া কোম্পা-নীয়েনো কেনেকৈ সদাগৰ হৈ বেহা-বেপাৰ কৰি থাকোতে

ৰাষ্ট্ৰীয় শাসনৰ ক্ষমতা পালে, তাক চোৱাটো অপ্ৰাসঙ্গিক নহব।

৮। ১৬০০ সনত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে এদল সদাগৰৰ সঙ্ঘ হিচাপে ৰাজকীয় ছনদ (Royal Charter) পাই বেহা-বেপাৰ চলাবলৈ আৰম্ভ কৰে, আৰু বেহা-বেপ'ৰ সম্পৰ্কে বিশেষ সুবিধা আৰু স্বত্ব থকা ছনদপত্ৰৰ অদল-বদল সাল সলনি কৰাই ১৭৩ বছৰলৈকে বেপাৰ চলাই থাকে। ১৭৭৩ সনত 'ৰেগুলেটিং এক্ট' নামৰ আইন বিধিবদ্ধ কৰি এই কোম্পানীৰ সকলো কাৰ্য্যাৱলী শৃঙ্খলাবদ্ধ কৰা হয়। ইয়াৰ ফলত ভাৰতবৰ্ষত কোম্পানীয়ে যিবোৰ দেশ দখল কৰিছিল, তাৰ শাসন বৃটিশ ৰজাৰ এজেণ্ট হিচাপেহে তেওঁলোকে চলাবলৈ ক্ষমতা পালে। এই আইনমতে আৰু পাছত এই সম্পৰ্কে যিবোৰ আইন প্ৰণয়ন কৰা হৈছিল, সেইমতে কোম্পানীৰ কাৰ্য্যাৱলী দুটা অংশত ফলা হৈছিল, এটা হৈছে বাণিজ্য সংক্ৰান্ত, আনটো হৈছে দেশ শাসন সংক্ৰান্ত; দুয়োটা বিভাগকেই—বাণিজ্য বিভাগ আৰু ৰাষ্ট্ৰীয় শাসন বিভাগ—সুকীয়াকৈ ৰখা হৈছিল আৰু ১৮১৪ সনৰ পাছৰপৰা দুয়োটা বিভাগৰে সুকীয়া হিচাপ ৰখাৰ নিয়ম হৈছিল। ভাৰতবৰ্ষত বেহা-বেপাৰ চলাবলৈ কোম্পানীয়ে যি এদনীয়া স্বত্ব পাইছিল, ১৮১৩ সনৰ চাৰ্টাৰ আইনৰে সেই স্বত্ব গুচোৱা হয় আৰু ১৮৩৩ সনৰ চাৰ্টাৰ আইনৰ ৪ ধাৰা মতে কোম্পানীৰ বেহা-বেপাৰৰ ওৰ পেলোৱা হয়।

উক্ত আইনৰ ৯ ধাৰাত এইদৰে কোৱা হৈছে:—

"গ্ৰেট বৃটেনত কোম্পানীয়ে খত দি লোৱা সকলো ধাৰ,, ভাৰতবৰ্ষত শাসন সংক্ৰান্ত সকলো ধাৰ আৰু ১৮৩৪

সনৰ ২২ এপ্ৰিল তাৰিখলৈকে হোৱা আন সকলো ধাৰ, আৰু এই দিনৰ পাছতো পূৰ্ব্বে কৰা চুক্তি নাইবা খত মতে দিবলগীয়া সকলো খৰচ, দেনা নাইবা আন কিবা ব্যয় আৰু ২২ এপ্ৰিলৰ পাছতো ন্যায়সঙ্গতভাৱে দেশ-শাসনৰ বাবে হোৱা সকলো ধাৰ নাইবা খৰচ, নাইবা আন কোনো দায়িত্ব, যাবতীয় সকলো খৰচ এই আইনমতে ভাৰতবৰ্ষৰ ৰাজহৰপৰা দিব লাগিব। এইবিলাক ধাৰ আৰু খৰচৰ বাবে, কোম্পানীৰ অংশ, নাইবা বেহা-বেপাৰ সংক্ৰান্ত আন কোনো সম্পত্তি, নাইবা বেহা-বেপাৰত পোৱা লাভৰ অংশ দিব নোৱাৰিব, নাইবা, কোম্পানীৰ ডিৰেক্টৰসকল বা স্বত্বাধিকাৰীসকল ইয়াৰ বাবে দায়ী নাথাকিব।"

উক্ত আইনৰ ১১ ধাৰামতে কোম্পানীৰ মূলধনৰপৰা বছৰি শতকৰা ১০॥০ হিচাপে গ্ৰেট বৃটেনত শোধ কৰাৰ ব্যৱস্থা হৈছিল তলত দিয়া মতে ভাৰতীয় ৰাজহৰ পৰিশোধৰ ব্যৱস্থা হৈছিল :—

(ক) বেপাৰত খটোৱা ইষ্ট ইণ্ডিয়া কোম্পানীৰ মূলধন (Trading Capital) আৰু তাৰ সুদ—

(খ) কোম্পানীৰ দেশ-শাসন সংক্ৰান্ত সকলো ঋণ,

(গ) সেই সময়ৰ কোম্পানীৰ সকলো ঋণ আৰু আৰ্থিক দায়িত্ব,

(ঘ) কোম্পানীৰ সকলো আৰ্থিক দায়িত্ব, যাৰ বাবে উক্ত তাৰিখৰ পাছতো কোম্পানীয়ে দিবলগীয়া হৈ আছে

(ঙ) দেশ-শাসনৰ বাবে উক্ত তাৰিখৰ পাছতো কোম্পানীয়ে যি ঋণ কৰিবলগীয়া হব।

১২ ধাৰামতে ১৮৭৪ সনৰ ৩০ এপ্ৰিল তাৰিখৰ পাছত যি কোনো সময়ত কোম্পানীৰ মূলধনৰ ভিতৰত শতকৰা ২৫০ পাউণ্ড নিৰিখমতে দিলে কোম্পানীৰ সৰ্ব্বমুঠ মূলধন পুনৰুদ্ধাৰ হোৱাৰো ব্যৱস্থা আছে। ১৮৭৪ সনৰ পূৰ্ব্বৰ যি কোনো সময়ত কোম্পানী এই ৰাষ্ট্ৰীয় সম্পত্তি আৰু দেশ-শাসনৰ ভাৰ এৰিবলগীয়া হলে ১২ ধাৰামতে মূলধন পুনৰুদ্ধাৰ কৰিবলৈ কোম্পানীয়ে দাবী কৰিব পৰাটো ১৩ ধাৰাত ব্যৱস্থা আছে। ১৪ ধাৰাৰ ব্যৱস্থা হৈছে যে কোম্পানীয়ে 'বেঙ্ক অৱ ইংলণ্ড'ত বছৰি ২০ লাখ পাউণ্ড দি থাকিব—ইয়াৰ বাবে বেঙ্কত কোম্পানীৰ নামত 'ছিকিউৰিটি ফণ্ড' নাম দি এটা হিছাপ খোলা হব আৰু বছৰে শতকৰা ৩॥০ হাৰে যৌগিক সুদ ধৰা হব। বছৰি সুদ ধৰি যেতিয়ালৈকে কোম্পানীৰ মূলধন পুনৰুদ্ধাৰ কৰিবলৈ লগা ১২০ লাখ পাউণ্ড হিছাপত নহয়, তেতিয়ালৈকে বছৰি এইদৰে ২০ লাখ পাউণ্ড দি থাকিব লাগিব।

১৪ ধাৰামতে যি ২০ লাখ পাউণ্ড বছৰি দিবলৈ ধাৰ্য্য কৰা হৈছে, সেই ধন ভাৰতবৰ্ষৰ ৰাজহৰপৰা দিয়াটো ১৭ ধাৰাৰ ব্যৱস্থা।

৯। কোম্পানীৰ ধাৰ ১৮৫৭ সন—ভাৰত গৱৰ্ণমেণ্টৰ ব্যয় সম্পৰ্কে তদন্ত কৰিবলৈ ১৮৯৫ সনত যি ৱেলবী কমিশ্যন (Welby Commission) বহুৱা হৈছিল, সেই কমিশ্যনৰ ৰিপোৰ্টৰ ১১৭ 'পেৰা'ত এইদৰে আছে:—

"ভাৰতবৰ্ষৰ ঋণ হিছাপৰ সুবিধাৰ বাবে বৰ্ত্তমানে দুটা ভাগত দেখুৱা হয় (১) সাধাৰণ, নাইবা অনুৎপাদনশীল ঋণ (Unproductive debt.) (২) দ্বিতীয়টো হৈছে উৎপাদন-

শীল, নাইবা ৰাজহুৱা কামৰ বাবে কৰা ঋণ (Productive or Public Works debt)। পোনতে সাধাৰণ ঋণৰ কথা আলোচনা কৰা য'ওক। যোৱা ৬০ বছৰত এই ঋণৰ বুৰঞ্জীৰপৰা অর্থ আৰু ৰাজস্ব নীতি সম্পর্কে এটা ভাল শিক্ষা পোৱা যায়। ১৮৩৮-৩৯ সনৰপৰা ১৮৬১-৬২ সনলৈকে বাজেটত টকাৰ নাটনি হোৱাটোৱেই এটা নিয়ম আছিল— টকা অতিৰিক্ত হোৱাটো কাচিৎহে দেখা যায়—১৯ বছৰ এইদৰে টকাৰ নাটনি পৰিছে, ৫ বছৰাহে টকা অতিৰিক্ত হৈছে। সঠিক হিছাপ বিচাৰিলে কোম্পানীৰ হিছাপত পোৱা টান, প্ৰথম কিছু বছৰৰ অঙ্কবোৰ প্ৰায় ঠিক বুলি ধৰিব পাৰি। যি হওক, ইণ্ডিয়া অফিছে ভাবে যে ১৮৮১ সনত ছাৰ জৰ্জ বাল্‌ফুৰৰ 'মোশ্যন'মতে পাৰ্লামেণ্টত ঋণ পৰিশোধৰ যি হিছাপ দাখিল কৰা হৈছিল, সেই হিছাপ তুলনাৰ বাবে বিশ্বাসযোগ্য। ইয়াৰ আৰম্ভ হৈছে ১৮৫৭ সনৰপৰা; ১৮৫৭ সনৰপৰাহে আমি সেই হিছাপ ব্যৱহাৰ কৰিছো। ভাৰতবর্ষতেই নাইবা ইয়াত যি স্থায়ী ঋণ তোলা হৈছিল তাৰ হিছাপ ১৮৪২ সনৰ ৩০ এপ্ৰিল তাৰিখে ৩৩,৫৭৭৪১৪ পাউণ্ড। ১৮৫৭ সনৰ ৩০ এপ্ৰিল তাৰিখে ছিপাহী বিদ্ৰোহৰ ঠিক পূৰ্ব্বতে ইয়াৰ পৰিমাণ হল ৫১,৩২৭৯৫৮ পাউণ্ড অর্থাৎ ১৫ বছৰত শতকৰা ৫৩ গুণ বাঢ়িল। ১৮৬২সনৰ ৩০ এপ্ৰিল তাৰিখে ছিপাহী বিদ্ৰোহৰ বাবে হোৱা ব্যয় অন্ত পৰিছে—আৰু তেতিয়া স্থায়ী ঋণৰ পৰিমাণ হল ৯৭০৩৭০৬২ পাউণ্ড অর্থাৎ ২০ বছৰত শতকৰা ১৯০ গুণ বাঢ়িল।"

ঋণৰ আঁতি-গুৰি—কেনেকৈ ৫৩০ লাখ পাউণ্ড ৰাজকীয় ঋণ হবলৈ পালে, তাৰ কাৰণ সম্পৰ্কে আলোচনা কৰা যাওক। ১৭৮৩ সনৰপৰা বছৰে ৰাজহৰ যিখিনি ধন অতিৰিক্ত হৈছিল, সকলো ধন ইষ্ট ইণ্ডিয়া কোম্পানীয়ে বাণিজ্য সংক্ৰান্ত বিষয়ত খটাই আছিল আৰু শেহত এইখিনি ধন অংশীদাৰসকলে ভগাই লোৱাটো নিশ্চয়। দেশ-শাসনৰ বাবে লগা ধনৰ নাটনি প্ৰতি বছৰে গোট খাবলৈ দিয়া হৈছিল, আৰু শেহত এই ৫১০ লাখ পাউণ্ডৰ ঋণৰ ভিতৰত সোমাল। এই ঋণৰ কাৰণ হৈছে অন্য দেশ অধিকাৰৰ চেষ্টা আৰু যুদ্ধৰ বাবে কৰা ব্যয়।

যুদ্ধ কৰি দেশ জয় কৰা আৰু বিজিত ৰজাসকলৰপৰা ক্ষতি-পূৰণ আৰু কৰ-বৰঙনি আদি আদায় এই সময়ৰ ভিতৰত আভ্যন্তৰীণ যুদ্ধত কৰা ব্যয়ৰ বিপক্ষে, দেখুৱাব পৰা হব। ইয়াৰ পাছৰ প্ৰত্যেক যুগতে মুঠ ব্যয় বঢ়াৰ অনুপাতে ৰাজহ বৃদ্ধিয়েও সমানে খোজ ৰখা দেখা যায়। দেশ-শাসনৰ বাবে লগাতকৈ অতিৰিক্ত যোৱা ৰাজহ কোম্পানীৰ কৰ্ত্তৃপক্ষই বাণিজ্য বিভাগলৈ বাণিজ্য-সংক্ৰান্ত বিষয়ত ব্যয় কৰিছিল আৰু এইদৰে এইখিনি ধন তাতেই সোমাল। এইদৰে নকৰা হলে, আনকি যুদ্ধবিলাক চলাবলৈকেও ঋণ কৰিব লগীয়া নহলহেঁতেন। ৰাষ্ট্ৰীয় শাসনবিভাগৰ এই অতিৰিক্ত ধনেৰে এইবিলাক যুদ্ধৰ ব্যয় চলাব পৰা হলেও, গ্ৰেট বৃটেনে যেনে তেনেকৈ এইবিলাক ব্যয় গাত লোৱা উচিত আছিল। ভাৰতবৰ্ষৰ ৰাজহ এনেবিধৰ কামত ব্যয় কৰা বাবে, আনকি ইষ্ট ইণ্ডিয়া কোম্পানীৰ ডিৰেক্টৰসকলেও কেইবা বাৰো প্ৰতিবাদ কৰি

গ্রেট বৃটেনে এই বোজা লব লাগে বুলি দাবী কৰিছিল।

১০। হিচাপৰ বেমেজ্জালি— কোম্পানীৰ ভাৰতবৰ্ষ শাসন কালত হোৱা টকা-কড়িৰ লেন-দেন আৰু আয়-ব্যয়ৰ হিচাপ—যাৰ ঠিক পাছতেই ওপৰত উল্লেখ কৰা ৰাজকীয় ঋণ হৈছে,—ভালকৈ ফঁহিয়াই চোৱাৰ বহুতো অসুবিধাৰ ভিতৰত, শাসন-বিভাগ আৰু বাণিজ্য-বিভাগৰ হিচাপৰ সানমিহলি হোৱাটোৱেই হৈছে প্ৰধান। ১৮১৪ সনত হে এই দুই বিভাগৰ হিচাপ সুকীয়া কৰা হল। ইয়াৰ বহু আগৰে পৰা, কোম্পানীয়ে বঙ্গ, বিহাৰ, উৰিষ্যা প্ৰভৃতি প্ৰদেশৰ দেৱানীকে আদি কৰি বহুতো দেশ দখল কৰি ভালেখিনি ৰাজহ আদায় কৰিছিল; ইয়াৰ উপৰিও অযোধ্যাৰ নবাব, বেনাৰছৰ ৰজা প্ৰভৃতি মিত্ৰ আৰু তলতীয়া ৰজাবিলাকৰপৰা ভালেখিনি কৰ আদায় কৰিছিল। ১৮১৩ সনৰ আইনমতে ৰাষ্ট্ৰীয় ৰাজহৰপৰা কিছুমান বিষয়ত ব্যয় কৰাটো আৰু অতিৰিক্ত থকা ধন বাণিজ্য-বিভাগত ব্যয় কৰাটো ধাৰ্য্য আছিল। এই আইনৰ ৫৫ ধাৰামতে ৰাষ্ট্ৰীয় ৰাজহৰ ব্যৱহাৰ সম্পৰ্কে এইদৰে ব্যৱস্থা আছিল:—

(১) সামৰিক ফৌজ আৰু দুৰ্গবোৰ ৰক্ষা কৰা, যুদ্ধৰ আৰু নৌবিভাগৰ সকলো সঁজুলি গোটাই ৰখা।

(২) বোৰ্ড অৱ ডিৰেক্টৰ্ছে হুণ্ডী (Bill) দি দাবী কৰা মতে ৰাজকীয় ঋণৰ কিছু অংশৰৈসৈতে সুদ দিয়াটো; আৰু সকলো সময়তে এই হুণ্ডীমতে ইংলণ্ডলৈ ধন পঠোৱাটো।

(৩) ছিভিল আৰু বাণিজ্যবিভাগৰ কৰ্ম্মচাৰীসকলৰ দৰমহাৰ খৰচ দিয়াটো।

(৪) ৰাষ্ট্ৰীয় ঋণ নাইবা ইংলণ্ডত খত দি লোৱা ঋণৰ পৰিশোধ, নাইবা কমিশ্যনাৰসকলৰ বোৰ্ডৰ মঞ্জুৰীমতে নিৰ্দ্দেশ কৰা আন যি কোনো বিষয়ত খৰচ কৰাটো।

—১৮৩২ সনৰ পাৰ্লেমেণ্টাৰী কমিটীৰ ৰিপোৰ্ট

উক্ত আইনৰ ৫৬ ধাৰামতে, বাণিজ্য-সংক্ৰান্ত বিষয়ত খটা-বলৈ, নাইবা, পূৰ্ব্ব বছৰৰ ৰাষ্ট্ৰীয় ব্যয়ৰ বাবে ইংলণ্ডৰ 'কমাৰ্ছিয়েল ফণ্ড'ৰ পৰা দিয়া ধনৰ সমানে ইংলণ্ডলৈ ধন প্ৰতি বছৰে পঠোৱা ধাৰ্য্য আছিল। ১৮৩২ সনৰ কমন্স-কমিটীৰ ৰিপোৰ্ট মতে ১৮১৪-১৫ সনৰপৰা ১৮২৬-২৭ সনলৈকে কোম্পানীৰ কাৰবাৰত খটোৱা মূলধন কিনিবলৈ, ইংলণ্ডলৈ ৰাষ্ট্ৰীয় ৰাজহৰ পৰা ২,০২৮,০০০ পাউণ্ড গড়ে পঠোৱা হৈছিল; ইয়াৰ ভিতৰত ১,১৫৫,০০০, পাউণ্ড চীন দেশত খটোৱা মূলধন পুনৰুদ্ধাৰ কৰাত ব্যয় কৰা হৈছিল। ইয়াৰ উপৰিও আৰু যি ধনৰ প্ৰয়োজন আছিল, সেইখিনি চীন দেশৰ কাৰবাৰত পোৱা লাভৰপৰা লোৱা হৈছিল, আৰু ইয়াৰপৰাই ৰাষ্ট্ৰীয় শাসন-বিভাগৰ হিচাপলৈ দিয়া হৈছিল। আন ফালে ৫৭ ধাৰামতে কোম্পানীৰ বাণিজ্য-সংক্ৰান্ত লাভ আৰু ইংলণ্ডত আদায় হোৱা ধন এইদৰে খৰচ কৰাৰ ধাৰ্য্য আছিল:—

(১) বিনিময়ৰ হুণ্ডী ( Exchange Bill ) পৰিশোধ কৰা।

(২) ইংলণ্ডত খত দি লোৱা ঋণৰ সুদ ( Home Bond Debts ) আৰু বাণিজ্য-সংক্ৰান্ত বিষয়ৰ খৰচৰ বাহিৰে আন ঋণবিলাকৰ বাবে প্ৰয়োজনীয় ব্যয় আদিত।

(৩) লভ্যাংশ পৰিশোধ কৰা।

৪) ৰাজকীয় ঋণ আৰু ইংলণ্ডত খত দি লোৱা ঋণ কমোৱাত শাসন-বিভাগ আৰু বাণিজ্য-বিভাগৰ দুয়োৰো ভিতৰত এইদৰে লেন-দেন হোৱাত, দুয়ো বিভাগৰ হিছাপ-পত্ৰৰ এইদৰে সানমিহলি হৈ আছিল, যে দুয়ো বিভাগৰ হিছাপ সুকীয়াকৈ বুজি বিচাৰ কৰা সম্ভৱ নহয়। "গৱৰ্ণিং বডি" হিছাপে কোম্পানীৰ ক্ষমতা অস্ত পৰিলত, সেই সময়ৰ বুৰঞ্জীৰ জনাজাত ঘটনাৱলীমতে দেনা-পাওনাৰ মীমাংসাৰ তলতীয়া হৈ মুঠতে বাদ বাকী কিমান বল, তালৈ চকু দিয়াৰ বাহিৰে তদন্তকাৰীসকলে আন একো কৰিব পৰা নাছিল। ইষ্ট ইণ্ডিয়া কোম্পানীৰ কাৰ্য্যাৱলী পৰীক্ষা কৰি চাবলৈ মাজে মাজে পাৰ্লেমেণ্টে, বিশেষকৈ ১৭৮৪, ১৭৯৩, ১৮১৩, ১৮৩৩, ১৮৫৩ সনৰ আইনবোৰ পেছ হোৱাৰ পূৰ্ব্বতে, যি তদন্ত কমিটী নিয়োগ কৰিছিল, সেইবিলাকেই বেমেজালিৰ হেঁচাত পোত খাই থকা হিছাপবিলাকত যি অলপ পোহৰ পেলাইছিল, সেয়েই মাথোন আমি পাও। ১৮৩৩ সনৰ ছনদ বছৰে বছৰে নতুন কৰি লোৱাৰ শেহৰ বছৰৰ ঠিক আগৰ বছৰত, যেতিয়া কোম্পানীৰ বেহা-বেপাৰৰ স্বত্ব আৰু সুবিধাৰ সম্পূৰ্ণৰূপে অস্ত পৰিছিল, তেতিয়াহে এইবিলাক হিছাপৰ ফঁহিয়াই তদন্ত হৈছিল। মিঃ পেনিংটন নামৰ জনা বুজা একাউণ্টেণ্ট এজনক ১৮৩২ সনৰ পাৰ্লেমেণ্টাৰী কমিটীয়ে সুকীয়া তদন্তকাৰীৰূপে নিযুক্ত কৰিছিল। ৰিপোৰ্টত তেওঁ এইদৰে মন্তব্য কৰিছে :—

"বৰ্ত্তমান ৰাজকীয় ছনদ আৰম্ভ হোৱাৰ পূৰ্ব্বতে, কোম্পানীৰ কাৰ্য্যাৱলীৰ দুয়োটা বিভাগৰ তুলনামূলক অৱস্থা তদন্ত কৰিবৰ উদ্দেশ্যে কোম্পানীৰ কৰ্ত্তৃপক্ষসকলৰপৰা যিবোৰ

জবানবন্দী আদায় কৰা হৈছিল, তাৰ সকলোবে ইটোৰ লগত আনটোৰ যথাৰ্থতঃ অমিল দেখা যায়—কেৱল মূল-নীতিৰ অমিল হোৱাটো নহয়, ভিতৰৰ সূক্ষ্ম কথা আৰু তাৰ ফলাফলতো অমিল আছে। সেইবাবে হিচাপৰ এটা বিষয় সম্পৰ্কে এটা নিশ্চিত সিদ্ধান্ত কৰা অকল তুৰূহ কথা নহয়, একেবাৰে অসম্ভৱ। হিচাপ সম্পৰ্কে যিবোৰ জবানবন্দী দিয়া হৈছে, হিচাপবিলাক সেইবোৰ জবানবন্দীৰ দৃষ্টান্ত নাইবা প্ৰমাণ নহয়।"

ইষ্ট ইণ্ডিয়া কোম্পানীৰ ডিৰেক্টৰসকলে নিজৰ কাৰ্য্যাবলীৰ যুক্তিযুক্ততা দেখুৱাবলৈ মনত যি ধাৰণা লৈছিল, হিচাপ তৈয়াৰী কৰোতে তাৰ ছাঁ নপৰাকৈ থকা নাই। বহুত দিনৰপৰা কোম্পানীৰ ডিৰেক্টৰসকলে কিছুমান বিষয়ত,—যেনে কিছুমান ব্যয়ৰ হিচাপ, যিবোৰ তেওঁলোকে পোন-প্ৰথমতে ভৰি আহিছে, ভাৰতবৰ্ষৰ নামত নিলিখি ইংলণ্ডৰ নামত লিখিবলৈ টানি ধৰিছিল। এইদৰে হিচাপত ইয়াৰ পৰিমাণ হৈছিল ১। কোটী পাউণ্ড—কিন্তু ভিতৰৰ বিষয়বোৰ চালে দেখা যায় যে এই ব্যয়ৰ বোজা আছলতে ইংলণ্ডৰহে। ( তপছীল ক চাওক )

এনেবিধৰ আসোঁৱাহ থকা সত্ত্বেও, পাছৰ 'পেৰা'বিলাকত দেখা যায় যে ১৮৫৭ সনৰ ৩০ এপ্ৰিল তাৰিখলৈকে দেখুৱা হিচাপৰ ঋণৰ গোটেইখিনি নহলেও, সৰহ ভাগ এইদৰে আছলতে ভাৰতবৰ্ষৰ নামত হিচাপত পৰিব নলগীয়া বিষয়ৰ হিচাপৰ বাবেহে হৈছিল। আৰু এইখিনিতে এইটো কথাও কব পাৰি যে গৱৰ্ণৰ-জেনেৰেলৰপৰা আৰম্ভ কৰি সামৰিক

বিভাগৰ আৰু ৰাজকীয় অন্যান্য তলতীয়া কৰ্ম্মচাৰীলৈকে সকলোৰে পেন্সন, বৃত্তি, দান ইত্যাদিৰ বাবে সৰহ টকা ব্যয় হৈছিল; এইবিলাক উচিতমতে ভাৰতবৰ্ষৰ ওপৰত নধৰি, ইংলণ্ডৰ ওপৰতহে ধৰিব লাগিছিল। কিন্তু এই ৰিপোৰ্টত যিবোৰ বিষয় সম্পৰ্কে আলোচনা কৰা হৈছে, তাৰ ভিতৰত এইবিলাক বিষয় লেখত লোৱা হোৱা নাই। * ( ফুট নোট চাওক )

১১। বহিৰ্ভাৰতীয় যুদ্ধ—ভাৰতবৰ্ষৰ ভৌগোলিক সীমা অতিক্ৰম কৰি কোম্পানীয়ে যিবোৰ যুদ্ধ চলাইছিল আৰু যিবিলাক যুদ্ধৰ ব্যয় ভাৰতবৰ্ষৰ নামত লিখিছিল, তাৰ যথাযথ হিচাপ

* তলত উল্লেখ কৰা ধন পেন্সন আৰু পুৰস্কাৰস্বৰূপে পোৱা হৈছিল:—ক্লাইভ—তেওঁৰ জাইগীৰৰপৰা হোৱা আয়; মাৰ্কুইছ অৱ কৰ্ণৱালিছ—৫০০০ পাউণ্ড বছৰে; ৱাৰেন হেষ্টিংছ—বছৰে ৪০০০ পাউণ্ড ( ৭১০৮০ পাউণ্ড পাৰ্লিয়ামেণ্টীয় বিচাৰত আত্মৰক্ষাৰ বাবে হোৱা আইন বিষয়ক খৰচ আৰু ৫০,০০০ পাউণ্ডৰ ঋণৰ বাহিৰে), মাৰ্কুইছ অৱ ৱেলেছলী বছৰে ৫০০০ পাউণ্ড; ছাৰজন মেকফাৰ্ছন ৩০০০ পাউণ্ড বছৰে; ছাৰ জৰ্জ বাৰ্লো ১৫০০ পাউণ্ড বছৰে; মাৰ্কুইছ অৱ হেষ্টিংছ—মুঠতে একেলগে ৬০ হেজাৰ পাউণ্ড; লৰ্ড হাৰ্ডিঞ্জ বছৰে ৫ হেজাৰ পাউণ্ড; মাৰ্কুইছ অৱ ডেলহাউছী বছৰে ৫ হেজাৰ পাউণ্ড।

—*Banerjee's Indian Finance.* পৃষ্ঠা ৩৩৩

কমাণ্ডাৰ-ইন-চীফে তেওঁৰ দৰমহা আৰু অন্যান্য এলাৱেন্স আদিৰ উপৰিও কমিশ্যনৰ ৭॥ অংশ পাইছিল। ১৭৭৪ সনত কমাণ্ডাৰ-ইন চীফে এটা উপযুক্ত ঘৰত থাকিবলৈ আৰু

নিৰ্দ্ধাৰণ কৰা টান। প্ৰথম আ্‌ফগান যুদ্ধৰ বাবে ১৫০ লাখ পাউণ্ড হিছাপত ধৰা হৈছে। ১৮২৫-২৬ সনৰ আৰু ১৮৫২-৫৫ সনৰ প্ৰথম দুটা ব্ৰহ্মদেশৰ যুদ্ধৰ হিছাপত ১৪০ লাখ পাউণ্ড ধৰা হৈছে। চীন, পাৰশ্য, নেপাল প্ৰভৃতি সকসুৰা অভিযানত প্ৰায় ৬০ লাখ পাউণ্ড ধৰা হৈছে। সেই বাবে মোটামুটিকৈ চালে দেখা যায় যে ভাৰতবৰ্ষৰ ভৌগোলিক সীমাৰ বাহিৰত কৰা যুদ্ধৰ বাবে প্ৰায় ৩৫০ লাখ পাউণ্ড খৰচ হৈছিল। স্পষ্টতঃ ভাৰতবৰ্ষৰ ৰাজহৰ ওপৰত ইয়াৰ বোজা জাপি দিয়াটো অসঙ্গত; কাৰণ সেই সময়ৰ বৃটিঃশ মন্ত্ৰীসকলৰ উদ্যোগত ভাৰতবৰ্ষৰ সীমা পাৰ হৈ বৃটিঃশে নিজৰ স্বাৰ্থৰ বাবে সেই সময়ৰ এইবিলাক যুদ্ধ চলাইছিল; এইবিলাকৰপৰা ভাৰতবৰ্ষৰ একো লাভ হোৱা নাছিল। ছাৰ জৰ্জ্জ বিনগেটে কয়:—

গবৰ্ণৰ-জেনেৰেলৰ কাউন্সিলৰ মেম্বৰ হিছাপে ১০ হেজাৰ পাউণ্ডৰ দৰমহাৰ উপৰিও ফুৰা-চকাৰ বাবে ভাট্টাৰ পৰিবৰ্ত্তে বছৰি ৬ হেজাৰ পাউণ্ড তেওঁক দিবলৈ ডিৰেক্টৰসকলে আদেশ দিলে। বৰ আচৰিত কথা যে, এইবিলাক বৃত্তি সামৰিক বিভাগৰ গুৰিয়ালজনৰ কাৰণে যথেষ্ট বুলি বিবেচিত নহল। ছাৰ আয়াৰ কুটক (সেই সময়ৰ গবৰ্ণৰ-জেনেৰেল) খোৱা খৰচৰ বাবে মাহে ৭৫০০ টকা আৰু যেতিয়া কামত বাহিৰলৈ ওলাব লগীয়া হব, তেতিয়া মাহেকত ফুৰা-চকাৰ বাবে ৬৩২৬ টকা লবলৈ অনুমতি দিবলৈ ১৭৭৯ সনত গৱৰ্ণৰ-জেনেৰেলৰ কাউন্সিলত এটি প্ৰস্তাৱ গ্ৰহণ কৰা হল।

—*Banerjee's Indian Finance.* পৃষ্ঠা ৩৪৫

"এছিয়াত কৰা যুদ্ধৰ সৰহ ভাগেই ভাৰত গৱৰ্ণমেণ্টৰ ফৌজ আৰু ধনৰ সহায় লৈ আমাৰ সাম্ৰাজ্যৰ সীমা পাৰ হৈ চলোৱা হৈছিল—যদিও এইবিলাক যুদ্ধৰ কিছুমানৰ উদ্দেশ্য সম্পূৰ্ণতে বৃটিশৰ স্বাৰ্থ ৰক্ষা কৰাটো আৰু আনবিলাকত ভাৰতীয় স্বাৰ্থৰ লগত দূৰ সম্পৰ্ক আছিল :—'বোৰ্ড অৱ কণ্ট্ৰোল'ৰ (Board of Control) প্ৰেছিডেণ্টৰ জৰীয়তে বৃটিশ মন্ত্ৰীসকলে দিয়া আদেশহে ভাৰত গৱৰ্ণমেণ্টে পালন কৰিছিল, এনেবিলাক যুদ্ধৰ ফলাফলৰ বাবে বৃটিশ জাতিহে দায়ী। ইয়াৰ ভিতৰত বিশেষকৈ উল্লেখযোগ্য হৈছে আফগান যুদ্ধ আৰু এতিয়া সকলোৱে বুজি পাইছে যে 'কোৰ্ট অৱ ডিৰেক্টৰ্ছ'ৰ লগত পৰামৰ্শ নকৰি বৰং তেওঁলোকৰ মতৰ বিৰুদ্ধে বৃটিশ গৱৰ্ণমেণ্টে এই যুদ্ধ চলাইছিল। বাস্তৱিকতে এই যুদ্ধ সম্পূৰ্ণতে বৃটিশৰ। তথাপি ডিৰেক্টৰসকলৰ মতৰ বিৰুদ্ধে আৰু 'কোৰ্ট অৱ প্ৰপ্ৰাইটৰ্ছ'ৰ প্ৰস্তাৱলৈ আওকাণ কৰি বৃটিশ মন্ত্ৰীসকলে ভাৰতবৰ্ষৰ ৰাজহৰ ওপৰত এই যুদ্ধৰ সকলো ব্যয়ৰ বোজা জাপি দিবলৈ আদেশ দিলে। এই অন্যায় বিচাৰৰ বাবে ভাৰতবৰ্ষৰ ঋণ ১০০ লাখ পাউণ্ড বাঢ়িল। ভাৰতবৰ্ষৰ স্বাৰ্থৰ লগত একো সম্পৰ্ক নাৰাখি বৃটিশ মন্ত্ৰীসকলে পাৰস্যৰ যুদ্ধ ঘোষণা কৰিলে—কিন্তু ফৌজ আৰু ধন গল ভাৰতৰপৰা—আৰু পাছত মুঠ ব্যয়ৰ আধাআধি ভাৰতবৰ্ষৰ নামত লিখা হল। বাস্তৱিকতে, এছিয়াত আমি বিবোধ যুদ্ধ চলাইছিলো, তাৰ বাবে ফৌজ আৰু ধন যোগাব লগীয়া হৈছিল ভাৰতবৰ্ষই—কিন্তু ভাৰতবৰ্ষক এই সহায়ৰ বাবে উচিত বেচ আমি কেতিয়াও দিয়া নাই। ভাৰতবৰ্ষ

শাসনত আমাৰ একলীয়া আৰু স্বাৰ্থপৰ নীতিৰ ইয়াতেই অকাট্য প্ৰমাণ পোৱা যায়।"

—*Our Financial Relations with India.*

১৭—১৯ পৃষ্ঠা

ইষ্ট ইণ্ডিয়া কোম্পানীৰ চেয়াৰমেন আৰু ডেপুটী চেয়াৰমেনে ১৮৪২ সনৰ ৬ এপ্ৰিল তাৰিখে লৰ্ড ফিজ্‌ জেৰাল্ডলৈ যিখন চিঠি লিখিছিল তাৰ কিছু তলত দিয়া হল:—

"আপুনি নিশ্চয় জানে যে আফগান যুদ্ধৰ পূৰ্ব্বতে ভাৰতবৰ্ষৰ আৰ্থিক অৱস্থা বেছ ভাল আছিল—প্ৰতি বছৰে ৰাজহ ভৰালত ভালেখিনি ধন অতিৰিক্ত বৈছিল * * এতিয়া প্ৰতি বছৰে টকাৰ নাটনি পৰিছে, এই নাটনি পৰা ধনৰ জোৰা মাৰিবলৈ শতকৰা ৫ টকা সুদত ঋণ কৰা হৈছে। * * এনে অৱস্থাত, ভাৰতবৰ্ষৰ নামত যিবিলাক ব্যয় ধৰা হৈছে, তাৰ নিৰপেক্ষ আৰু যুক্তিসঙ্গত বিচাৰ কৰি সেই ব্যয়ৰ বোজাৰপৰা ভাৰতবৰ্ষক মুক্তি দিয়া 'কোৰ্ট অব ডিৰেক্টৰ্ছ'ৰ কৰ্ত্তব্য। সিন্ধুনদীৰ সিফালে কৰা সামৰিক অভিযানবিলাকৰ উদ্দেশ্য সম্পৰ্কে অসাময়িক প্ৰশ্ন তোলাটো আমাৰ অভিপ্ৰায় নহয়, তথাপি আমি এই কথাটো জনাবলৈ বাধ্য হৈছো যে এনেবিলাক অভিযানৰ ব্যয় আৰু তাৰ বাবে ফৌজ বৃদ্ধিৰ সকলো ব্যয় ভাৰতবৰ্ষৰ ওপৰত জাপি দিয়াটো অন্যায় হৈছে।"

—*Our Financial Relations with India*

১৮ পৃষ্ঠা

ইষ্ট ইণ্ডিয়া কোম্পানীৰ 'জেনেৰেল কোৰ্টে' এই বিষয়ত ১৮৪২ সনৰ ২৭ জুন তাৰিখে যিটো প্ৰস্তাৱ গ্ৰহণ কৰিছিল সেইটো তলত দিয়া হল:—

"আফগানিস্থানৰ কাৰ্য্যাৱলীত বৃটিঃশে হস্তক্ষেপ কৰা ঘটনাৱলী সম্পৰ্কে পাৰ্লিয়ামেণ্টত যিবোৰ কাকত-পত্ৰ উপস্থিত কৰা হৈছে, সেইবিলাক বিচাৰ কৰি ডিৰেক্টৰসকলৰ কোৰ্টে এই মত প্ৰকাশ কৰিছে যে এই যুদ্ধৰ সকলো খৰচৰ বোজা ভাৰতবৰ্ষৰ প্ৰজাসমূহৰ ওপৰত নাজাপি তাৰ কিছু অংশ গ্ৰেট বৃটেনৰ ৰাজকোষত জাপিব লাগিছিল।"

—*Our Financial Relations with India*

১৯ পৃষ্ঠা

এই বিষয়টো লৈ বাদ কৰোতে ধন আৰু জন হিছাপে প্ৰকৃততে ভাৰতবৰ্ষৰ কি ক্ষতি হৈছিল তাৰ হিছাপ আৰু এইবিলাকৰ বাবে ছিপাহীৰ দল পুহিব লগীয়া হোৱাত যি ব্যয় হৈছিল তাৰো হিছাপ আমি লেখত লোৱা নাই। কিন্তু প্ৰকৃততে ধন-জন হিছাপে ক্ষতি, ফৌজৰ ব্যয় ইত্যাদি ভালেখিনি খৰচ ভাৰতবৰ্ষৰ ওপৰত পৰিছিল। কমন্স সভাত মিঃ জন ব্ৰাইটে কিদৰে আলোচনা কৰিছিল, তাৰ উল্লেখ কৰাটো অপ্ৰাসঙ্গিক নহব—

"আফগান যুদ্ধৰ বাবে যি অশেষ ব্যয় হৈছিল, যোৱা বছৰ মই তাৰ উল্লেখ কৰিছিলো; প্ৰকৃততে এই ব্যয় ইংলণ্ডৰ প্ৰজাসমূহৰ ওপৰত কৰ বহুৱাই আদায় কৰাটো উচিত আছিল; কাৰণ ইংৰাজৰ নিজৰ স্বাৰ্থসিদ্ধিৰ বাবে ইংৰাজ মন্ত্ৰীসকলে এই যুদ্ধ চলাবলৈ দিছিল।"

—ৰমেশ দত্তৰ ভাৰত বুৰঞ্জী—২১৭ পৃষ্ঠা

১২। মূলধনৰ পুনৰুদ্ধাৰ ইত্যাদি—১৮৫৮ সনত যেতিয়া কোম্পানীয়ে ভাৰতবৰ্ষৰ শাসনৰ ভাৰ মহাৰাণীক শোধাবলগীয়া হয়, তেতিয়া ১৮৩৩ সনৰ 'চাৰ্টাৰ এক্ট'ৰ ১৩ ধাৰামতে ভাৰতবৰ্ষত খটোৱা সমূহ মূলধন কোম্পানীয়ে ওলোটাই পাবলৈ বছৰি ১২০ লাখ পাউণ্ড শোধোৱা স্থিৰ হয়। কিন্তু দেখা যায় যে ১৮৭৪ সনলৈকে কোম্পানীয়ে মূলধন সম্পূৰ্ণতে ওলোটাই পোৱা নাছিল, আৰু তেতিয়ালৈকে চুক্তি-মতে বছৰি লভ্যাংশৰ দিব লগীয়াৰ শতকৰা ১০॥ অংশ দিয়া হৈ আছিল আৰু এইদৰে বছৰে ৬ লাখ ৩০ হেজাৰ পাউণ্ড হে হৈছিল। এইখিনি ভাৰতবৰ্ষৰ ৰাজহৱপৰা দিয়া হৈছিল। এনে ব্যৱস্থাৰ বাবে ভাৰতবৰ্ষৰ ওপৰত মুঠ বোজা এইদৰে পৰিছিল :—

| | | |
|---|---|---|
| লভ্যাংশ | ১৮৩৩—৫৮ সনলৈকে | ১৫,১২০,০০০ |
| | ১৮৫৮—৭৪ সনলৈকে | ১০,০৮০,০০০ |
| | মূলধনৰ পুনৰুদ্ধাৰ | ১২,০০০,০০০ |
| | | ৩৭,২০০,০০০ পাউণ্ড |

ভাৰতবৰ্ষৰ ৰাজহৰ ওপৰত জাপি দিয়া এইখিনি বোজাৰ অনুপাতে ভাৰতবৰ্ষই যথাৰ্থতে একো লাভ পোৱা নাছিল। আচলতে ইষ্ট ইণ্ডিয়া কোম্পানীয়ে বেহা-বেপাৰ কৰি থাকোতে ভাৰতবৰ্ষত যি স্বত্ব পাইছিল আৰু এই দেশত তেওঁলোকে যি সম্পত্তিৰ অধিকাৰী হৈছিল, সেইবোৰ পাবলৈ ইষ্ট ইণ্ডিয়া কোম্পানীক বেচ হে দিয়া হৈছিল। একালে ইষ্ট ইণ্ডিয়া কোম্পানীৰ ডিৰেক্টৰ আৰু প্ৰপ্ৰাইটৰসকল, আন ফালে সদৌ বৃটিশ ৰাইজ আৰু বৃটিশ পাৰ্লামেণ্টৰ মুখপাতস্বৰূপে বৃটিশ

গৱৰ্ণমেণ্টৰ লগত যি বন্দবস্ত হৈছিল, এই দিব লগীয়া ধন প্ৰকৃততে সেই বন্দবস্তৰ হে ফল। সেই বন্দবস্তত ভাৰতীয় ৰাইজৰ একো মতামত লোৱা হোৱা নাছিল। নাইবা, তেওঁলোকৰ স্বাৰ্থৰ সম্পৰ্কে একো বিচাৰ কৰা হোৱা নাছিল। নিৰপেক্ষ বিচাৰ কৰিবলগীয়া হলে এই একলীয়া বন্দবস্তমতে চলিবলৈ ভাৰতবৰ্ষৰ ৰাইজ বাধ্য হব নোৱাৰে। আগতেই উল্লেখ কৰা হৈছে, যে বৃটিংশ গৱৰ্ণমেণ্টৰ লগত কোম্পানীৰ ডিৰেক্টৰসকলৰ যি লেন-দেন চলিছিল, তাৰপৰা ভাৰতবৰ্ষৰ ৰাইজৰ একো লাভ হোৱা নাছিল। দেশ-শাসনৰ দায়িত্ব ললে যিবোৰ স্বকীয়া সুবিধা পোৱা যায়, তেনে একো সুবিধা ভাৰতবাসীয়ে এই লেন-দেনৰপৰা পোৱা নাছিল, নাইবা, দেশৰ সম্পদ বিকাশৰ লগে লগে দেশবাসীৰ সমুখত নানা বিধৰ চাকৰীৰ বাবে যিবোৰ বাটৰ দুৱাৰ মুকলি হৈছিল, তাৰো একো সুবিধা ভাৰতবাসীয়ে পোৱা নাছিল। কোম্পানীৰ ৰাজত্ব কালত ভাৰতবাসী এনে বিধৰ সুবিধাৰপৰা বঞ্চিত হৈছিল। আন ফালে, বৃটিংশ গৱৰ্ণমেণ্টে ভাৰতবৰ্ষত ইষ্ট ইণ্ডিয়া কোম্পানীৰ কাৰ্য্যাবলীৰপৰা— ৰাষ্ট্ৰশাসক আৰু সদাগৰ, দুয়ো হিচাপে বহুতো বহুমূলীয়া সুবিধা পাইছিল। চীন আৰু ভাৰতবৰ্ষৰ এই প্ৰাচ্য অঞ্চলত বেহা-বেপাৰৰ এনেনীয়া সুবিধা আৰু স্বত্ব কোম্পানীয়ে পোৱাত, কোম্পানীয়েও এইবিলাকৰ পৰিবৰ্ত্তে গোটেই ১৮ শ শতাব্দীত বৃটিংশ গৱৰ্ণমেণ্টক বৰ সহায় কৰি আহিছিল। নিৰপেক্ষ আৰু ন্যায়বিচাৰৰ ফালৰপৰা বিচাৰ কৰি। কোম্পানীক ক্ষতিপূৰণ দিয়াটো স্থিৰ হলে, ভাৰতবৰ্ষৰ প্ৰজাৰ পৰিবৰ্ত্তে বৃটিংশ ৰাইজেহে এই ক্ষতিপূৰণৰ বোজা লোৱাটো যুগুত আছিল।

আমাৰ এই দাবীৰ সপক্ষে ওপৰঞ্চি যুক্তি দেখুৱাবলৈ নাইগেৰিয়ান ৰাজ্যৰ দৃষ্টান্ত উল্লেখ কৰো। এইখন চাৰ্টাৰ পোৱা কোম্পানীৰ ৰাজ্য আৰু বৃটিঃশ গবৰ্ণমণ্টে শেহত কোম্পানীৰ হাতৰপৰা শাসন ভাৰ লৈছিল। ১৮৮৬ সনত ৰজাৰ ছনদ পাই য়ুনাইটেড আফ্ৰিকান কোম্পানীৰপৰা 'ৰয়েল নাইগাৰ কোম্পানী' গঠিত হল। ছনদমতে পশ্চিম আফ্ৰিকাৰ কিছু অংশ কোম্পানীক দিয়া হল। সেই মতে কোম্পানীয়ে এই ডোখৰ ৰাজ্যৰ শাসন ওচৰ-চুবুৰীয়াৰ লগত যুদ্ধ-বিগ্ৰহ আৰু সন্ধি সকলো চলাবলৈ ধৰিলে। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে যিদৰে ভাৰতবৰ্ষত নিজৰ শাসন বহলাই নিছিল, ঠিক সেইদৰে ৰয়েল নাইগাৰ কোম্পানীয়েও যুদ্ধ-বিগ্ৰহ কৰি ওচৰ-চুবুৰীয়াৰ দেশ জয় কৰি পশ্চিম আফ্ৰিকাৰ আদিম অধিবাসীসকলক তলতীয়া কৰি নিজৰ ৰাজ্য বহলাই নিবলৈ ধৰিলে। প্ৰতিদ্বন্দ্বী শক্তিসকলৰ, বিশেষকৈ ফৰাছী আৰু জাৰ্ম্মাণৰ হেঁচাত—মৰক্কোৰ ফালৰপৰা ফৰাছীৰ আৰু দক্ষিণ-পূৰ্ব্ব ফালৰ পৰা কেমাৰুণছৰ মাজেদি জাৰ্ম্মাণীৰ প্ৰতিদ্বন্দ্বিতাত, নিজৰ স্বকীয়া ধনেৰে এই খণ্ড শাসন কৰা ৰয়েল নাইগাৰ কোম্পানীৰ পক্ষে অসম্ভৱ হৈ উঠিল। এনে অৱস্থাত স্বকীয়া স্বত্বাদিৰ পৰিবৰ্ত্তে, বৃটিঃশ ৰাজকোষৰপৰা ৫৬৫,০০০ পাউণ্ড দিয়াটো বন্দবস্ত হল আৰু এই বেচ লৈ কোম্পানীয়ে পূৰ্ব্বৰ ছনদখন আৰু ৰাজনৈতিক স্বত্বাদি গবৰ্ণমেণ্টৰ হাতত ওলোটাই দিব লগীয়াত পৰিল। ১৯০০ সনৰ ১ লা জানুৱাৰী তাৰিখে এই সলনি হল, আৰু 'ৰয়েল' শব্দটো গুচাই কোম্পানীও সম্পূৰ্ণতে বেহা-বেপাৰৰ সদাগৰী অফিছত পৰিণত হল।

তলত দিয়া কথা কেইটালৈ বিশেষকৈ মন দিব লগীয়া—

(১) পোনতে এটা প্ৰাইভেট কোম্পানীয়ে ৰাজ্য অধিকাৰ কৰিলেও ক্ষতিপূৰণ কেৱল সুকীয়া স্বত্বাদিৰ বাবে দিয়াটো, (২) দ্বিতীয়তে, ক্ষতিপূৰণ দিব লগীয়া হলে অধিকৃত দেশৰ প্ৰজাৰপৰা নহয়, অধিকাৰ কৰোতা দেশৰ ৰাজকোষৰপৰা দিয়াটো। ভাৰতবৰ্ষ সম্পৰ্কে বৃটিঃশ গৱৰ্ণমেণ্টে ৰাষ্ট্ৰশাসনৰ ভাৰ লবৰ সময়ত ইষ্ট ইণ্ডিয়া কোম্পানীক সদাগৰী আৰু ৰাষ্ট্ৰীয় দুয়ো বিধৰ সুবিধা আৰু স্বত্বাদিৰ পৰিবৰ্ত্তে বিস্তৰ ক্ষতিপূৰণ দিব লগীয়া হৈছিল, আৰু বৃটিঃশ গৱৰ্ণমেণ্টে ভাৰতবৰ্ষৰ প্ৰজাৰ লগত পৰামৰ্শ নকৰাকৈ, নাইবা সম্মতি নোলোৱাকৈ ভাৰত-বৰ্ষৰ ৰাজকোষৰপৰা এই ক্ষতিপূৰণৰ টকা দিবলৈ আদেশ দিলে।

১৩। ছিপাহী বিদ্ৰোহৰ ব্যয়—এইখিনিতে ৪ কোটী পাউণ্ডৰ কথালৈ আহিব লগীয়া হল। ১৮৫৭-৫৮ সনৰ সামৰিক অভিযানবিলাকৰ বাবে এইখিনি ধন খৰচ হৈছে বুলি ইয়াক ভাৰতবৰ্ষৰ ঋণত জাপি দিয়া হল। ছাৰ জৰ্জ্জ উইনগেটে এই সম্পৰ্কে এই দৰে কৈছে:—

"যদি বৃটিঃশ প্ৰজাৰ মহৎ স্বাৰ্থত্যাগ কৰিব লগীয়া ঘটনা কেতিয়াবা ঘটিছিল, তেন্তে নিশ্চয়, ভাৰতবৰ্ষত এই সময়ত হোৱা এই ঘটনাটোতেই—যেতিয়া বৃটিঃশ সম্ৰাটৰ মুকুটৰ মণি ভাৰতবৰ্ষ আমাৰ হাতৰ মুঠিৰপৰা যাব ধৰিছিল; কিন্তু আমাৰ বুৰঞ্জীৰ এই সঙ্কটজনক অৱস্থাতো ভাৰতবৰ্ষ শাসননীতিৰ স্বাৰ্থপৰ চৰিত্ৰ পূৰ্ব্বপৰম্পৰামতে পুনৰ প্ৰকাশ পালে; আৰু এনেয়ে যোজাৰ হেঁচাত থকা ভাৰতবৰ্ষৰ ৰাজকোষৰ ওপৰত আমাৰ নিজৰ সাম্ৰাজ্য ৰক্ষা কৰিবলৈ

এই ভয়ঙ্কৰ যুদ্ধৰ সমূহ খৰচ জাপি দিয়া হল—আমাৰ এই সঙ্কীর্ণতা আৰু নীচতাৰ তুলনা নাই।"

—*Our Financial Relations with India*

১৩ পৃষ্ঠা

"ভাৰতবৰ্ষৰ ৰাজকোষৰ অৱস্থা বৰ বেয়া থকা সত্ত্বেও আৰু ছিপাহী বিদ্ৰোহৰ সঙ্কটজনক অৱস্থাত গ্ৰেট বৃটেনে যিবোৰ অতিৰিক্ত ফৌজ পঠাব লগীয়া হৈছিল, তাৰ বাবে আমাৰ দেশ এৰিবৰেপৰা যি খৰচ হৈছিল—অকল সেয়ে নহয়, জাহাজত উঠিবৰ ছমাহ আগৰেপৰা আমাৰ দেশত যি খৰচ হৈছিল তাকো, ভাৰতবাসীৰপৰা আদায় কৰিবলৈ আমাৰ গবৰ্ণমেণ্টে ব্যৱস্থা কৰিলে। তাহানি পৰাজিত ৰোমানসকলৰপৰা মুক্তিৰ বেচ হিছাপে ব্ৰেনুছে নিজৰ তৰোৱালখন তুলাচনীত দলিয়াই দি সেই জোখে টকা লবলৈ ব্যৱস্থা কৰিছিল। সেই সময়ত এনেবিধৰ উপায় অবলম্বন কৰাৰ যুক্তিসঙ্গত কাৰণ থাকিবও পাৰে। কিন্তু যি স্থলত আমিহে ছিপাহী বিলাকৰপৰা কাম পাইছিলো, আৰু এইখিনি ফৌজক এই সময়ত দিয়া দৰমহাৰপৰা উপকাৰ পাইছিল আমাৰ দেশৰ সদাগৰ আৰু ধনী মহাজনসকলে, কাৰণ তেওঁ-লোককহে ৰক্ষা কৰাত ছিপাহীসকলৰ ব্যৱহাৰ হৈছিল আৰু সেই সময়ত এইবিলাক ছিপাহীৰপৰা ভাৰতবৰ্ষই একো উপকাৰ পোৱা নাছিল—সেই বাবে ভাৰতবৰ্ষৰ ৰাজকোষত এই অতিৰিক্ত বোজা জাপি দিয়াৰ ন্যায়-পৰায়ণতা সম্পৰ্কে বুজাই দিবলৈ আমি নৈতিক হিছাপে বাধ্য।

"ছিপাহীসকলক ভাৰতবৰ্ষলৈ পঠাওতে যি খৰচ পৰিছিল তাকো ভাৰতবৰ্ষৰ ওপৰত জাপি দিয়া হল। কিন্তু যেহেতু এইখিনি খৰচ বৃটিঃশ জাহাজৰ মালিকসকলৰ বাবেহে খৰচ কৰা হৈছিল, আৰু যেহেতু ভাৰতবৰ্ষত বৃটিঃশ প্ৰতিপত্তি ৰক্ষা কৰাত খৰচ হৈছিল, তাৰ বাবে বৃটিঃশ ৰাজকোষৰ ওপৰত এইখিনি খৰচ জাপি দিয়াটো যুক্তিসঙ্গত আছিল। কাৰণ আমাৰ অধিকৃত আনবোৰ দেশত এনে বিধৰ কামত আমি নিজৰপৰা খৰচ কৰিহে ছিপাহী পঠাইছো।"

—*Our Financial Relations with India*
১৫-১৬ পৃষ্ঠা

১৮৫৯ সনৰ মাৰ্চ্চ মাহত জন ব্ৰাইটে ইষ্ট ইণ্ডিয়া ঋণ সম্পৰ্কে বক্তৃতা দিওতে এইদৰে কৈছিল:—

"ছিপাহী বিদ্ৰোহ দমন কৰিবলৈ ৪ কোটী পাউণ্ড ভাৰতবাসীৰ ওপৰত জাপি দিয়াটো মোৰ মনেৰে বৰ অন্যায় কাম হৈছে। পাৰ্লিয়ামেণ্ট আৰু বৃটিঃশ প্ৰজাৰ কাৰ্য্য পৰিচালনাৰ বেমেজালিৰ ফলতহে এই বিদ্ৰোহ হৈছিল। এই ৪ কোটী পাউণ্ড নিশ্চয় আমাৰ দেশৰ প্ৰজাই দিয়া উচিত।" Dutt's *India under the Victorian Age*
পৃষ্ঠা ২১৯

ওপৰত উল্লেখ কৰা ছাৰ জৰ্জ্জ বিনগেট আৰু জন ব্ৰাইটৰ উক্তিবিলাকৰ পৰা বুজা যায় যে তেওঁলোকে আমাৰ দাবী—অৰ্থাৎ ভাৰতবৰ্ষৰ ৰাজহৰ ওপৰত এইখিনি খৰচ জপাটো অনুচিত বুলি আমাকেই সমৰ্থন কৰিছিল। বৃটিঃশ কৰ্ম্মচাৰী-

সকলৰ ক্ৰটীত এই বিদ্ৰোহ হৈছিল আৰু কোম্পানীয়ে ব্ৰিটিশ গৱৰ্ণমেণ্টৰ হকে ভাৰতবৰ্ষৰ শাসন চলাইছিল। সেই বাবে কোম্পানীৰ শাসন চলাবলৈ অসমৰ্থ হোৱাত গৱৰ্ণমেণ্টেই সেই বোজা নিজৰ ওপৰত জাপি লোৱাটো উচিত।

ৰাষ্ট্ৰীয় শাসন কাৰ্য্যাদিৰ পৰিচালনাত বেমেজালি হোৱাৰ বাহিৰেও, এই সামৰিক অভিযানৰ খৰচ-পত্ৰ সকলো ভাৰতৰ পুনৰ জয়ৰ বাবে খৰচ হৈছে বুলি ধৰি গ্ৰেট বৃটেনৰ ৰাজকোষৰপৰা দিয়া উচিত। ১৮৫৭-৫৮ সনৰ এনে বিধৰ অভিযান আদিৰ সকলো খৰচ লৈ ইংলণ্ডৰ দায়িত্ব সম্পৰ্কে ভাৰতবৰ্ষৰ ছেক্ৰেটৰি অব ষ্টেটে যি মন্তব্য কৰিছিল, সেইটোও উল্লেখযোগ্য। ১৮৭২ সনৰ ৮ আগষ্ট তাৰিখে সেই সনৰ ১৪ এপ্ৰিলৰ তাৰিখৰ "ৱাৰ অফিছ"ৰ ( War office ) চিঠিৰ প্ৰত্যুত্তৰত এই দৰে লিখিছিল :—

"১৮৫৭-৫৮ সনৰ ছিপাহী বিদ্ৰোহ এটা অসাধাৰণ ঘটনা বুলি "ৱাৰ অফিছ"ৰপৰা যি যুক্তি দেখুৱা হৈছে, সেই যুক্তি বাহিৰৰপৰা দেখাত হে যুক্তিসঙ্গত বুলি প্ৰতীয়মান হয়। বৃটিশ ভাৰতৰ বুৰঞ্জীত আগেয়ে নোহোৱা নোপজা এই ঘটনাত প্ৰাচ্য সাম্ৰাজ্য হেৰুৱাৰৰ ভয়ত গৱৰ্ণমেণ্টে সাম্ৰাজিক শক্তি আৰু সাম্ৰাজিক দায়িত্বৰ লগতে অচ্ছেদ্য সম্বন্ধ থকা, এনে এটা বিৰাট প্ৰয়াস কৰিবলৈ বাধ্য হৈছিল। এই কথাষাৰ মনত ৰাখিব লাগিব, যে বৃটিশ সাম্ৰাজ্যৰ আন কোনো ঠাইত এনে কিবা বিপদ হৈ এইদৰে সামৰিক প্ৰয়াসৰ প্ৰয়োজন হোৱা হলে বৃটিশ গৱৰ্ণমেণ্টে কেৱল মাত্ৰ এই প্ৰয়াস নকৰাকৈ নাথাকিলহেতেন, তাৰ বোজাৰ

সৰহ ভাগেই বৃটিঃশ, গবৰ্ণমেণ্টে অপৰিহাৰ্য্য খৰচ বুলি বহন কৰিলেহেতেন। কিন্তু ছিপাহী বিদ্ৰোহৰ কথাত, এই বিদ্ৰোহ দমন কৰিবলৈ লগা সকলো খৰচৰ বোজা সাম্ৰাজিক ৰাজকোষৰ ওপৰত পৰিবলৈ দিয়া নহল। ইয়াৰ সকলো খৰচ ভাৰতীয় কৰদাতাসকলৰ কান্ধত হে জাপি দিয়া হল। আৰু ইয়াৰ বাবে তেওঁলোকে আগেয়েও ভৰি আহিছে আৰু এতিয়ালৈকেও ভৰি আছে।"

*Indian Expenditure Commission 1895 Vol II*

পৃষ্ঠা ২৯২

বুয়ৰ যুদ্ধৰ খৰচৰ এটা দৃষ্টান্ত উল্লেখ কৰিব পাৰি; এই যুদ্ধৰ ফলত ট্ৰান্সভাল প্ৰদেশখন জয় হল, আৰু ইয়াৰ সকলো খৰচ গ্ৰেট বৃটেনে বহন কৰিলে। এই ঘটনাতে ওপৰত উল্লেখ কৰা নীতি বৃটেনে মানি লৈছে বুলি দৃষ্টান্ত দিব পাৰি। বুয়ৰ যুদ্ধৰ বাবে হোৱা বৃটিঃশৰ খৰচ, ট্ৰান্সভাল জয় কৰি উপনিবেশ গঠন কৰাৰ পাছতো, ট্ৰান্সভালৰ ৰাজ-কোষৰ ওপৰত জাপি দিয়া হোৱা নাছিল, নাইবা, "ছাউথ আফ্ৰিকান য়ুনিয়ন" গঠন হোৱাত য়ুনিয়নৰ ৰাজকোষৰ ওপ-ৰত জাপি দিয়া নহল। বৰঞ্চ, ভিয়েৰেনিগিঙত যি সন্ধি স্থাপন হৈছিল, তাৰ চৰ্ত্তমতে নষ্ট হোৱা খেতিৰ "ফাৰ্ম্ম"-বিলাকৰ ক্ষতিপূৰণ হিছাপে পূৰ্ব্বৰ শত্ৰু বুয়ৰসকলক ৩০ লাখ পাউণ্ড দিয়াৰ হে ব্যৱস্থা হল। ট্ৰান্সভাল জয়ৰ পাছত এই উপনিবেশৰপৰা বৃটেনৰ কিবা লাভ হোৱা দেখা নাযায়। কিন্তু ১৮৫৮ সনৰ পাছৰপৰা, বৃটেনে ভাৰতবৰ্ষত ৰাজত্ব

ভোগ কৰাকে আদি কৰি নিৰ্ণয় কৰিব নোৱৰাকৈ প্ৰভূত লাভ কৰি আহিছে।

এনে বিধৰ আৰু এটা দৃষ্টান্ত উল্লেখ কৰিব পাৰি। ১৮৩৮-৪৩ সনত কেনেডাত যি বিদ্ৰোহ হৈছিল তাক দমন কৰাত যি খৰচ হৈছিল, তাৰ সকলো খৰচ গ্ৰেট বৃটেনে নিজে বহন কৰিছিল।

এইদৰে ইষ্ট ইণ্ডিয়া কোম্পানীৰপৰা ভাৰতবাসীৰ ওপৰত যি বোজা আৰু দায়িত্ব জাপি দিয়া হল তাৰ পৰিমাণ হল ১১২০ লাখ পাউণ্ড। তাৰ হিছাপ এইদৰে দিয়া হৈছে :—

| | |
|---|---|
| প্ৰথম আফগান যুদ্ধৰ ব্যয়— | ১৫,০০০,০০০ |
| ২টা ব্ৰহ্মদেশৰ যুদ্ধৰ ব্যয়— | ১৪,০০০,০০০ |
| চীন আৰু পাৰস্য প্ৰভৃতিলৈ অভিযান— | ৬,০০০,০০০ |
| ১২ নম্বৰ 'পেৰা'ত দেখুৱা মতে কোম্পানীৰ মূলধন আৰু লভ্যাংশৰ হিছাপ | ৩৭,২০০০০০ |
| ছিপাহী বিদ্ৰোহৰ ব্যয়— | ৪০,০০০,০০০ |
| | ১১২,২০০,০০০ পাউণ্ড |

অন্যায়ৰূপে ভাৰতবাসীৰ কান্ধত যি ব্যয়ৰ বোজা জাপি দিয়া হৈছে, এতিয়া সেই বোজাৰপৰা মুক্তি পাবলৈ দাবী কৰাটো ন্যায়সঙ্গত।

---

# তৃতীয় ভাগ

## বৃটিশ সম্রাটৰ শাসন

১৪। বৰ্ত্তমান ৰাজকীয় শাসন—১৮৫৮ সনৰ পাছত ভাৰত গৱৰ্ণমেণ্টে যিবোৰ আৰ্থিক লেন-দেন কৰিছিল, সেই সম্পৰ্কে এতিয়া আমি আলোচনা কৰিম। এইবিলাক কাৰ্য্যাৱলী আৰু এইবিলাকৰ ফলত হোৱা দায়িত্বৰ পৰিমাণ উচিতমতে বুজিবলৈ পাছফালে দিয়া ঋণৰ—'ফ্লোটিং আৰু আনফাণ্ডেড'—মুঠ হিছাপৰ তালিকাই আমাৰ ইয়াৰ পাছত কৰা মন্তব্যবোৰ দৃষ্টান্তৰে সৈতে বুজাব। ইষ্ট ইণ্ডিয়া কোম্পানীৰ দিনৰ পৰা যি ধাৰ চলি আহিছে হিছাপত তাকো দেখুৱা হৈছে।

### ৰাজকীয় ঋণৰ মুঠ হিছাপ

ভাৰতবৰ্ষত :—

১৯৩১ সনৰ ৩১ জানুৱাৰীলৈকে যি ঋণ আছিল:—

| | | |
|---|---|---|
| 'ফ্লোটিং আৰু আনফাণ্ডেড' ঋণ | * | ২০২·৩৭ কোটি |
| টাৰ্মিনেবল ঋণ | * | ২৮৯·০৭ ,, |
| নন-টাৰ্মিনেবল ঋণ | * | ১২৫·৫২ ,, |
| ৰেলৱে ঋণ | * | ২·৯৭ ,, |
| সুদ নোহোৱা ঋণ (Not-bearing Interest) | | ·৬৮ ,, |
| | | ৬২০·৬১ কোটি |

* ফ্লোটিং আৰু আনফাণ্ডেড ঋণ, টাৰ্মিনেবল ঋণ, নন-টাৰ্মিনেবল ঋণ, ইণ্ডিয়া বিল ইত্যাদি অৰ্থ নৈতিক শব্দবোৰ বুজাবলৈ পাছফালে টোকা দিয়া হৈছে।—অনুবাদক

ইংলণ্ডত :—

ষ্টার্লিং ঋণ

১৯৩১ সনৰ ৩১ মার্চ্চলৈকে ২৯২০·৭০ লাখ ষ্টার্লিং
( বিনিময়ৰ ১।৶০ হাৰে ৩৯০·২৬ কোটি টকা )

১৯৩০ সনৰ ৩১ মার্চ্চলৈকে

| | | |
|---|---|---|
| যুদ্ধৰ বৰঙনি | ১৬০·১৩ | লাখ ষ্টার্লিং |
| ৰেলৱেক দিয়া বার্ষিক বৃত্তি | ৫১০·৮৬ | ,, |
| ইণ্ডিয়া বিল * | ৬০·০০ | ,, |
| প্রভিডেণ্ট ফাণ্ড প্রভৃতিত | ২০·৬৬ | ,, |
| | মুঠ ৭৫০·৬৫ | পাউণ্ড |

( বিনিময়ৰ ১।৶০ হাৰে ১০২·২০ কোটি টকা )

লগত দিয়া তালিকাত যি শ্রেণীবিভাগ নীতি গ্রহণ কৰা হৈছে তাত যি দেশত ঋণ লোৱা হৈছে সেই দেশৰ ফালৰ পৰা, নাইবা সেই দেশৰ মুদ্রানীতিৰ—যি নীতিমতে ঋণ লোৱা হৈছে,—ফালৰ পৰা চালে পার্থক্য বুজা যায়। ইয়াৰ বাহিৰেও উৎপাদনশীল ( productive ) আৰু অনুৎপাদনশীল— এই দুই বিধ ঋণৰ মাজতো পার্থক্য আছে। ওপৰত দিয়া শ্রেণীবিভাগৰপৰা এই পার্থক্য বুজা নাযায়। সেইবাবে ঋণৰ উৎপাদনশীলতাৰ ওপৰত নির্ভৰ কৰি ঋণৰ শ্রেণী বিভাগ কৰি তলত দেখুৱা হৈছে।

* ৩২ পিঠিৰ ফুটনোট চাওক—অনুবাদক

| | | |
|---|---|---|
| সম্পত্তি উৎপন্ন কৰা সুদ | ৩১ মাৰ্চ্চ ১৯৩০ | |
| ৰেলৱেক অগ্ৰিম দিয়া মূলধন | ৭৩১.৯০ | কোটি টকা |
| আন আন বাণিজ্য বিভাগত অগ্ৰিম দিয়া মূলধন | ২৩.০৫ | ,, |
| প্ৰদেশবিলাকত দিয়া অগ্ৰিম | ১৪২.৪৫ | ,, |
| ভাৰতীয় কৰদ ৰাজ্যবিলাকত দিয়া অগ্ৰিম আৰু সুদ উৎপন্ন কৰা ঋণ | ১৭.৫৭ | ,, |
| | ৯১৪.৯৭ | ,, |
| নগদ টকা, কেচা সোণৰ লডা, ট্ৰেজাৰিত জমা খোৱা ছিকিউৰিটী প্ৰভৃতি | ৪৬.৭৮ | কোটি টকা |
| ওপৰৰ উল্লেখ কৰা সম্পত্তিৰ ভিতৰত নপৰা সুদ দিব লগীয়া ধাৰৰ বাদ বাকী | ১৭৬.৪৮ | ,, |

১৯৩০ সনৰ মাৰ্চ্চ মাহৰ শেহলৈকে উৎপাদনশীল সম্পত্তিৰ নিৰ্দ্ধাৰিত মূল্য ওপৰত দিয়া হিছাপৰ পৰা বুজা যায়। এইটো লক্ষ্য কৰিব পাৰি যে বাণিজ্য বিভাগবিলাকত অগ্ৰিম হিছাপে দিয়া মূলধন (২৩ কোটি টকা), প্ৰদেশবিলাকক (১৪২.৪৫ কোটি) আৰু ভাৰতীয় কৰদ ৰাজ্যবিলাকক দিয়া অগ্ৰিম (১৭.৫৭ কোটি—মুঠ ১৮৩ কোটি টকা) বুলি যি টকাৰ উল্লেখ কৰা হৈছে তাৰ গোটেইখিনি, বাস্তবিকতে কবলৈ হলে এনে বিধৰ ঋণ নহয় যাৰ পৰা সম্পত্তিৰ সৃষ্টি হৈ সুদ আৰু 'ছিঙ্কিং' ফাণ্ডৰ ব্যবস্থাৰ জোখাই ৰাজহ উৎপন্ন হয়। আন আন বাণিজ্য বিভাগবিলাকত প্ৰধানতে পোষ্ট আৰু টেলিগ্ৰাফ বিভাগ সোমায়। ইয়াৰ বাবে হোৱা ঋণ যথাৰ্থতে

গোটেইখিনি উৎপাদনশীল নহয়। প্ৰাদেশিক ঋণৰ ভিতৰত শস্যৰ পথাৰত পানী দিবলৈ খাল খঁনা আদি পৰে—অৱশ্যে এইবিলাক উৎপাদনশীল সম্পত্তি। কিন্তু নতুন দিল্লী তৈয়াৰী কৰাৰ খৰচ, নাইবা বোম্বাইত 'বেক বে' ৰ (Back Bay) বাবে কৰা খৰচ এইবোৰ উৎপাদনশীল ব্যয় নহয়। যিয়েই হওক, তথাকথিত উৎপাদনশীল সম্পত্তিৰ সৰ্ব্বমুঠ মূল্য ৯১৫ কোটি টকাৰ ভিতৰত বোধ কৰো, ৮৫০ কোটিতকৈ সৰহক প্ৰকৃততে উৎপাদনশীল অৰ্থাৎ সুদৰ জোখাই ধন উৎপন্ন কৰা আৰু মূল ঋণ পৰিশোধ কৰিবৰ জোখাই অতিৰিক্ত ধন উৎপন্ন কৰা বুলিব পৰা নাযায়।

এইখিনিতে এইটোও উল্লেখ কৰিব লাগে যে উৎপাদনশীল আৰু অনুৎপাদনশীল (productive আৰু unproductive) বুলি যি শ্ৰেণী বিভাগ কৰা হৈছে, এইটো পূৰ্ব্বাপৰ ৰীতিমতে "ফাইনেন্স" বিভাগৰ পুৰণা "ৰেকৰ্ড"ৰপৰাহে কৰা হৈছে। যি স্থলত ঋণ কোনো এটা সুকীয়া কথাৰ বাবে হিছাপত ধৰি দেখুৱা হোৱা নাই আৰু ৰেলৱেক দিয়া বৃত্তিৰ বাহিৰে কোনো এটা সুকীয়া সম্পত্তিৰ লগত সংশ্লিষ্ট বুলি দেখুৱা হোৱা নাই সেইবাবে ওপৰৰ তালিকাত দেখুৱাৰ দৰে কোনটোৰ লগত কাৰ সম্বন্ধ সেইটো ঠিকমতে দেখুৱা টান। উৎপাদনশীল সম্পত্তিৰ হিছাপৰ পৰা এইবিলাকৰ বাবে কিমান মূলধন প্ৰকৃততে খটোৱা হৈছে, তাৰ হিছাপ পোৱা নাযায়। যেনে ৰেলৱে লাইনৰ ভালেখিনি বছেৰেকীয়া ছৰকাৰী ৰাজহৰপৰা আৰু 'ফেমিন ইন্‌সিওৰেন্স ফাণ্ড'ৰপৰা তৈয়াৰী হৈছে। মুঠতে যিখিনি মূলধনৰ হিছাপ তাত দেখুৱা হৈছে, তাত

ৰাজহৰ পৰা হোৱা খৰচ বোধকৰো দেখুৱা হোৱা নাই—অথচ এইখিনি ঋণৰ সৰ্ব্বমুঠ যোগ দিয়া হৈছে বুলি ধৰি লব পাৰি। কাৰণ, এইখিনি ৰাজহ এইবিলাক সম্পত্তিৰ বাবে খৰচ নকৰা হলে, অতিৰিক্ত থকা ৰাজহ ঋণ পৰিশোধ কৰাত খৰচ কৰিবপৰা গলহেতেন, নাইবা ঋণ কৰিব লগীয়া নহলহেতেন। ইয়াৰ উপৰিও, অনুৎপাদনশীল ঋণ পৰিশোধৰ হিচাপ—তেওঁলোকে ১৯১৩ সনলৈকে যিদৰে দেখুৱাই আহিছে, তাৰপৰা ভাৰতীয় ৰাজহত জাপি দিয়া ঋণৰ পৰিমাণ কমাৰ হিচাপৰ লগত মিলা দেখা নেযায়। তথাকথিত সাধাৰণতে অনুৎপাদনশীল ঋণৰ পৰিমাণ কমাতকৈ উৎপাদনশীল ঋণৰ বৃদ্ধি হোৱাটোৱেই পাৰ্থক্য। যদিও প্ৰচলিত প্ৰথামতে হিচাপ নিৰ্দ্ধাৰণৰ পৰা ভাৰতবৰ্ষৰ আৰ্থিক অৱস্থা বুজিব পৰা যায়, তথাপি ওপৰত আলোচনা কৰা কথাবিলাক মন দি চালে দেখা যায় যে প্ৰচলিত প্ৰথানুযায়ী হিচাপ নিৰ্দ্ধাৰণৰ বাহিৰে এইবিলাক হিচাপ আন কিবা বুলি কেতিয়াও ধৰি লব নালাগে।

১৫। অনুৎপাদনশীল ঋণ—এতিয়া ভাৰতবৰ্ষ বৃটিঃশ শাসনৰ তলতীয়া হোৱা কালত (১৮৫৮-১৯৩১) হোৱা অনুৎপাদনশীল ঋণৰ আলোচনা কৰিলে সেইখিনি ৪টা প্ৰধান বিষয়ত ভাগ কৰি দেখুৱাব পাৰি। (১) এনেবিধৰ ঋণৰ সৰহ অংশ যুদ্ধৰ বাবে হোৱা। এইখিনিকেই পুনৰায় সৰু সৰু ভাগত দেখুৱাব পাৰি, যেনে আভ্যন্তৰীণ যুদ্ধৰ বাবে হোৱা ঋণ অৰ্থাৎ ভাৰতবৰ্ষৰ ভিতৰত হোৱা যুদ্ধ, নাইবা ভাৰতৰ সীমান্তত হোৱা যুদ্ধৰ বাবে হোৱা ঋণ আৰু ভাৰতবৰ্ষৰ সীমান্তৰ বাহিৰে হোৱা যুদ্ধ আৰু সামৰিক অভিযানাদিৰ বাবে হোৱা ঋণ। (২) ইয়াৰ দ্বিতীয় বিভাগৰ

ঋণ আৰ্থিক পৰিচালনাত আসোঁৱাহ থকা আৰু অক্ষমতাৰ পৰা হোৱা বাজেটত টকাৰ নাটনি হোৱাৰ ফল—বাজেটত টকাৰ নাটনি হোৱাৰ কোনো এটা সুকীয়া কাৰণ আমি নিৰ্ণয় কৰিব নোৱাৰো। আৰু ভাৰতবৰ্ষৰ বাহিৰত যিবোৰ বৃটিঃশৰ দখলত থকা ঠাই আছে, সেইবিলাকত শাসন কাৰ্য্যৰ বাবে হোৱা ব্যয়—যিখিনি ভাৰতবৰ্ষৰ ওপৰত অনুৎপাদনশীল ঋণ বুলি জাপি দিয়া হৈছে, তাৰ ভালেখিনি অংশ এইদৰে অৰ্থ বিভাগৰ পৰিচালনাত অক্ষমতাৰপৰা হোৱা। নাইবা বৃটিঃশৰ স্বাৰ্থ ৰক্ষা কৰিবৰ নিমিত্তে হোৱা খৰচ, এইদৰে ভাৰতৰ ৰাজস্ব-নীতিত ক্ৰুটী হৈ অনুৎপাদনশীল ঋণৰ মাত্ৰা বঢ়ালে বুলি ধৰিব লাগে। (৩) দুৰ্ভিক্ষত বিপন্ন হোৱা লোকসকলৰ সহায়ৰ বাবে যি ঋণ কৰা হৈছিল—সেইখিনি এই তৃতীয় শ্ৰেণীত পৰে। (৪) বিনিময়ৰ হাৰৰ বাবে যি ক্ষতি হৈছিল, সেইখিনি চতুৰ্থ শ্ৰেণীত পৰে; ইয়াৰপৰা সদায় বাজেটত নানান অসুবিধা আৰু তাৰ ফলস্বৰূপে ঋণ হৈ আছে।

১৬। ১৮৫৭ সনৰ পাছত যিবিলাক যুদ্ধ হৈ খৰচ হৈছিল সেইটো তলত দিয়া তালিকাৰপৰা বুজিব পৰা যায়—যিমান দূৰ নিৰ্ণয় কৰিব পাৰি সিমানখিনিলৈকে ভাৰতবৰ্ষই কিমান আৰু বৃটেনে কিমান এইবিলাক যুদ্ধৰ বাবে খৰচ কৰিছিল, তাৰ হিচাপ দেখুৱা হৈছে।

## যুদ্ধাদিৰ তালিকা ১৮৫৭-১৮৯৬ সন

১৮৯৫ সনৰ ভাৰতীয় ব্যয়-তদন্ত কমিশ্যনৰ ৰিপোৰ্টৰপৰা এই তালিকা লোৱা হৈছে (২য় খণ্ড ৩০৫ পৃষ্ঠা আৰু ৪ৰ্থ খণ্ড ১১৭ পৃষ্ঠা)

| বছৰ | যুদ্ধ | ভাৰতে বহন কৰা | | বৃটেনে বহন কৰা | | বৰ্ত্তমানৰ দাবী |
|---|---|---|---|---|---|---|
| | | সাধাৰণ | অসাধাৰণ | সাধাৰণ | অসাধাৰণ | পাউণ্ড |
| ১৮৬৭ | আবিছিনীয় | গোটেইখিনি | একো নাই | একো নাই | সকলো | ৬০০,০০০ |
| ১৮৭৫ | পিৰাক | ,, | ,, | ,, | ঔপনিবেশিক গৱৰ্ণমেণ্টে সকলো | ৪১,০০০ |
| ১৮৭৮ | ২য় আফগান | ,, | ৫০ লাখৰ বাহিৰে সকলো | ,, | ৫০ লাখ | ১৭,৫০০,০০০ |
| ১৮৮২ | মিছৰ | ,, | ৫ লাখৰ বাহিৰে সকলো | ,, | ৫ লাখ | ১,২০০,০০০ |
| ১৮৮২-৯২ | উত্তৰ পশ্চিম সীমান্তৰ সৰু-সুৰা অভিযান | | | | | ১৩,০০০,০০০ |
| ১৮৮৫ | ছুডান | ,, | একো নাই | ,, | সকলো | |
| ১৮৮৬ | ব্ৰহ্মদেশৰ | ,, | সকলো | ,, | একো নাই | ৪,৭০৫,০০০ |
| ১৮৯৬ | ছোকিম-ছুডান | ,, | একো নাই | ,, | সকলো | ২০০,০০০ |

সৰ্ব্বমুঠ টকাৰ হিচাপত ৩৭·৫ কোটি

আবিছিনীয় যুদ্ধ ১৮৫৭—আবিছিনীয় যুদ্ধৰ সাধাৰণ খৰচ ভাৰতবৰ্ষৰ গাত জাপি দিয়াৰ সিদ্ধান্ত কৰা সম্পৰ্কে আলোচনা কৰি লৰ্ড ছেলিছবেৰিয়ে এইদৰে কৈছিল : —

'ভবিষ্যতলৈ লক্ষ্য ৰাখি, ভাৰতবৰ্ষখনক প্ৰাচ্য সাগৰত ইংৰাজৰ ছিপাহীৰ আড্ডাৰ ( Barrack ) দৰে—য'ৰ পৰা একো খৰচ নভৰাকৈ আমাক যিমান লাগে, সিমান ছিপাহী আনিব পাৰি,—ধৰাটো মই পছন্দ নকৰো। এইটো ইংলণ্ডৰ পক্ষে বৰ বেয়া আৰু যুদ্ধত লাগিবৰ প্ৰলোভন—যাক কেৱলমাত্ৰ খৰচ ভৰিব লগীয়া হলেহে সংযত কৰিব পাৰি—বোধ নকৰাটো আমাৰ পক্ষে সদায় বেয়া।"

১৮৭২ সনৰ ৯ আগষ্ট তাৰিখে ছেক্ৰেটৰী অব ষ্টেটে 'ৱাৰ অফিছ'লৈ (War office) যিখন চিঠি লিখিছিল তাত তেওঁ আন বহুতো কথা উল্লেখ কৰি আবিছিনীয় যুদ্ধ সম্পৰ্কে এইদৰে কৈছিল :—

"এই সকলো যুদ্ধ ইম্পিৰিয়েল গৱৰ্ণমেণ্টৰ নিৰ্দ্দেশমতে হৈছিল, আৰু বৃটিঃশ বাণিজ্যৰ স্বাৰ্থ, বৃটিঃশ সদাগৰসকলৰ অভিযোগ, আৰু বৃটিঃশ ৰাজৰ সন্মান এইবিলাক বিষয়ৰ আলোচনা কৰাৰ ফলত এইবিলাক যুদ্ধৰ সিদ্ধান্ত হৈছিল, এইটো নিশ্চয়।"

● *Indian Expenditure Commission, 1895,* ২য় খণ্ড, পৃষ্ঠা ২৯৩

ছাৰ চাৰ্লছ ট্ৰেভিলানে ফছেট কমিটীৰ সমুখত সাক্ষ্য দিওতে এইদৰে কৈছিল:—

"সকৌ বৃটিঃশ সাম্ৰাজ্যক স্পৰ্শ কৰা সাম্ৰাজ্যবাদৰ ভাৰৰ

ফলত আবিছিনীয় যুদ্ধ আৰম্ভ হৈছিল। আৰু মোৰ মনেৰে আমাৰ ভাৰতৰ লগত সম্পৰ্কতকৈও আমাৰ য়ুৰোপীয় আৰু আমেৰিকান সম্পৰ্কৰ বিষয় বেছিকৈ এই যুদ্ধৰ মীমাংসাত বিবেচিত হৈছিল * *। বাস্তৱিকতে, ভাৰতবৰ্ষৰ মানুহে আবিছিনীয়াৰ কথা একো নেজানিছিল। তেওঁলোকে একো নজনা পৃথিবী খণ্ডৰ ভিতৰত ইও এখন ৰাজ্য বুলি তেওঁলোকে ভাবে। * * যিবিলাক কাৰ্য্যাৱলীয়ে আবিছিনীয় যুদ্ধ ঘটাইছিল, ভাৰতবৰ্ষৰ সেইবিলাকৰ লগত একো সম্পৰ্ক নাছিল, নাইবা এই যুদ্ধৰ ফলাফলৰ বাবে ভাৰতবাসীৰ একো মূৰ ঘমাব লগীয়া হোৱা নাছিল।"

তদন্তকাৰী উক্ত কমিশ্যনে এই বিষয়টো লৈ আৰু এটা প্ৰশ্ন তেওঁক কৰিছিল আৰু সেই প্ৰশ্নৰ উত্তৰত তেওঁ ইমান শিক্ষাপ্ৰদ কথা কৈছিল যে আমি তেওঁৰ কথাখিনি সম্পূৰ্ণতে তলত দিলো :—

প্ৰশ্ন ১৬০০—"বাস্তৱিকতে, আবিছিনীয়ালৈ আমি যি অভিযান পঠাইছিলো সেই অভিযানৰ কাৰণৰ লগত কেনেডা আৰু অষ্ট্ৰেলিয়াৰ যিসম্পৰ্ক আছিল, ভাৰতবৰ্ষৰ সম্পৰ্ক তাতকৈ কোনোমতে বেছি নাছিল। আৰু এই যুদ্ধৰ বাবে অষ্ট্ৰেলিয়া আৰু কেনেডাৰ পৰা খৰচৰ দাবী আমি কৰা নাছিলো, ইয়াৰ একমাত্ৰ কাৰণ হৈছে, আমি বেছকৈ জানিছিলো যে তেওঁলোকে এনে প্ৰস্তাৱ খণ্ডেৰে সৈতে প্ৰত্যাহাৰ কৰিব। তেওঁলোকে কেতিয়াও এই কথালৈ এক মুহূৰ্ত্তলৈও কাণ নিদিয়ে, দিলেহেতেন নে? হয়, এজন সৎপুৰুষ হিছাপে

মই কৰলৈ বাধ্য যে মই একো পাৰ্থক্য নেদেখো। যিবোৰ কথাৰ পৰা আবিছিনীয় যুদ্ধ ঘটিছিল, তাৰ লগত ভাৰতবৰ্ষৰ একো সম্পৰ্ক নাছিল, ইয়াৰ ফলাফলৰ বাবে ভাৰতবাসী অলপো ব্যাকুল হোৱা নাছিল।"

*Parliamentary Committee on East India Expenditures, 1876,* তৃতীয় খণ্ড, ১৫১ পৃষ্ঠা

ভাইছৰয়ৰ কাউন্সিলৰ ফাইনেন্স মেম্বৰ মিঃ এছ লেইনে ফছেট কমিটীৰ সন্মুখত সাক্ষ্য দিওতে কিছুমান দৃষ্টান্ত—য'ত ইংৰাজৰ ঘোড়ছোৱাৰী ছিপাহী আৰু ইংৰাজৰ নিজৰ বাজেটৰ প্ৰয়োজনীয়তাৰ বাবে ভাৰতীয় ধনৰ অপব্যৱহাৰ কৰা হৈছিল,—উল্লেখ কৰি কৈছিল:—

"আবিছিনীয় যুদ্ধৰ বাবে কিছু খৰচ ভাৰতবৰ্ষৰ ওপৰত জাপি দিয়া হলে মই কলোহেতেন এইটোও ইয়াৰ আৰু এটা দৃষ্টান্ত।"

*Parliamentary Committee on East India Expenditures,* ২য় খণ্ড, পৃষ্ঠা ৪০৪, প্ৰশ্ন ৭৬৭৮

১৮৯৭ সনৰ ফেব্ৰুৱাৰী মাহত লৰ্ড নৰ্থব্ৰুকে বেলবী কমিশ্যনৰ সমুখত সাক্ষ্য দিওতে "আবিছিনীয় যুদ্ধৰ খৰচ বুলি নিৰ্দ্ধাৰিত হোৱা ৬০০,০০০ পাউণ্ড ভাৰতবৰ্ষই দাবী কৰাটো ন্যায়সঙ্গত আৰু উচিত" বুলি ডাঠি কৈছিল। (*Indian Expenditure Commission, 1895,* ৩য় খণ্ড, পৃষ্ঠা ২৩)

১৭। পিৰাক অভিযান—ভাৰতবৰ্ষৰপৰা ফৌজ ধাৰ কৰি নিয়াৰ খৰচ বুলি ৪১ হেজাৰ পাউণ্ড ভাৰতবৰ্ষৰ ওপৰত জাপি দিয়া হৈছিল। এই অভিযানৰ খৰচৰ অলপমানো ভাৰতবৰ্ষৰ

ওপৰত দিয়াৰ অন্যায় সম্পৰ্কে আলোচনা কৰি থাইট অনাৰেবল আৰ্ল নৰ্থব্ৰুকে বেলবী কমিশ্যনৰ সমুখত সাক্ষ্য দিওঁতে যি কেইআষাৰ কথা কৈছিল তাকেই তলত তুলি দিলে যথেষ্ট হব—

"এই খৰচ বৰ কম, কিন্তু এই পিৰাকৰ ঘটনাত ভাৰতবৰ্ষৰ লগত অন্যায়ৰূপে ব্যৱহাৰ কৰা হৈছে—এই কথাৰ সত্যতা সম্পৰ্কে কোনোবাই সন্দেহ কৰিব পাৰে বুলি মই ভাবিব নোৱাৰো। এই অভিযান পঠোৱা হৈছিল ভাৰতবৰ্ষৰ সীমান্তৰ বাহিৰলৈ আৰু ইয়াৰ বাবে ভাৰতবৰ্ষৰ ৰাজহ যাতে এই কামত ব্যৱহাৰ কৰিব পাৰি তাৰ বাবে পাৰ্লিয়ামেণ্টৰ দুয়োখন সভাৰপৰা সম্ৰাটলৈ এই সম্পৰ্কে আবেদন জনোৱা বিধিবদ্ধ আইনমতে প্ৰয়োজনীয় আছিল। ঘটনাক্ৰমে ভাৰত-বৰ্ষত সেই সময়ত মই গৱৰ্ণৰ-জেনেৰেল আছিলো, আৰু ভাৰতবৰ্ষৰ ওপৰত এই খৰচ জাপি দিয়াৰ বিৰুদ্ধে মই প্ৰতিবাদ কৰিছিলো। ভাৰত গৱৰ্ণমেণ্টে যি প্ৰতিবাদ কৰি-ছিল, তালৈতো কোনেও চকু নিদিলেই, আন কি, পাৰ্লিয়া-মেণ্টৰ দুয়োখন সভাৰপৰা সম্ৰাটক বিধিসঙ্গতভাৱে আবেদনো কৰা নহল। এইদৰে এই ঘটনাত আইন ভঙ্গ কৰা হল আৰু ভাৰতবৰ্ষৰপৰা যিখিনি খৰচ আদায় কৰা হল, তাকো ওলোটাই দিয়া নহল। তেতিয়াৰেপৰা এতিয়ালৈকে এই ব্যয়ৰ বোজা আইন বিৰোধী থকা সত্বেও আৰু ভাৰত গৱৰ্ণমেণ্টে প্ৰতিবাদ কৰা সত্বেও ভাৰতবৰ্ষৰ ওপৰতেই জাপি দিয়া আছে। এয়েই হৈছে পিৰাকৰ ঘটনা; মই আলোচনা কৰিবলগীয়া হোৱা এইটোৱেই হৈছে

দ্বিতীয় ঘটনা আৰু মোৰ মনেৰে আপোনাসকলে এই ঘটনাটো স্পষ্টকৈ বুজি পাইছে।"

*Indian Expenditure Commission, 1895,*
৩য় খণ্ড, পৃষ্ঠা ২০, প্ৰশ্ন ১৪১২১

১৮। ২য় আফগান যুদ্ধ—এই যুদ্ধৰ খৰচ মুঠতে ২২০ লাখ পাউণ্ডৰ হৈছিল—ইয়াৰ বাবে গ্ৰেট বৃটেনে ৫০ লাখ পাউণ্ড ৰৰগুনি বাদ দি বাকী ১৭০ লাখ পাউণ্ডতকৈ সংহ ভাৰতবৰ্ষৰ বাবে এৰি থলে। ১৮৭২ সনৰ কিছুদিন আগলৈকে বৃটিঃশ গৱৰ্ণমেণ্টৰ ইঙ্গিতমতে ভাৰত গৱৰ্ণমেণ্টে উত্তৰ পশ্চিম সীমান্তত আক্ৰমণমূলক নীতি অৱলম্বন কৰি আছিল, এইটো বুৰঞ্জীৰ কথা। ১৮৭৬ সনত এই নীতিৰ বিৰুদ্ধে প্ৰতিবাদস্বৰূপেহে লৰ্ড নৰ্থব্ৰুকে পদত্যাগ কৰিবলগীয়া হল। তেওঁৰ পাচত আহিল লৰ্ড লীটন। যি নীতি অৱলম্বন কৰিবলৈ তেওঁক আদেশ দিয়া হৈছিল, সেই সম্পৰ্কে তেওঁ নিজেই এইদৰে কৈ গৈছে—

"মই ভাৰতবৰ্ষলৈ আহিলো আৰু ইংলণ্ড এৰিবৰ পূৰ্ব্বতে মোৰ সেই সময়ৰ ছেক্ৰেটৰী অৱ ষ্টেট লৰ্ড ছেলিচবেৰিৰ লগত বৰ ঘনাই দেখা-শুনা হৈ আছিল। আৰু ভাৰতবৰ্ষৰ সীমান্ত সমস্যাটো সাম্ৰাজ্যৰ সেই ডাঙৰ সমস্যাৰ অভেদ্য অংশ—যাৰ সমাধান মহাৰাণীৰ গৱৰ্ণমেণ্টৰ সাধাৰণ নীতিৰ ওপৰত নিৰ্ভৰ কৰিব লাগিব—বুলি ধৰি লবলৈ বিশেষকৈ আদিষ্ট হৈ মই ভাৰতবৰ্ষলৈ যাত্ৰা কৰিব লগীয়া হল।"

*Indian Expenditure Commission*ত উদ্ধৃত,
তৃতীয় খণ্ড, পৃষ্ঠা ৫৬৭

লর্ড লীটন ভাৰতবৰ্ষ শ্লাহি পোৱাৰ এবছৰ নৌহওতেই এইখন যুদ্ধ আৰম্ভ কৰা হল। এই যুদ্ধৰ খৰচ লৈ পাৰ্লিয়ামেণ্টত যি আলোচনা হৈছিল, তাত মিঃ ফছেটে এইদৰে কৈছিল:—

"স্বায়ত্ত-শাসন পোৱা উপনিবেশবিলাকৰ আৰু স্বায়ত্ত-শাসন নোপোৱা ভাৰতবৰ্ষৰ সম্পৰ্কে আমাৰ ৰাষ্ট্ৰ-শাসন-নীতি কি আছিল? আফ্ৰিকাৰ স্বায়ত্ত-শাসন পোৱা কেপ কলনিত আমাৰ এখন যুদ্ধ লাগিল, তাৰ বাবে আমি দায়ী নাছিলো। তাৰ বাবে কোনে খৰচ ভৰিছিল? ইংৰাজ প্ৰজাই ইয়াৰ বাবে প্ৰায় ৫০ লাখ পাউণ্ড ভৰিব লগীয়া হল। ভাৰতবৰ্ষত এখন যুদ্ধ লাগিল, তাৰ বাবে ভাৰতীয় প্ৰজা কোনোমতেই দায়ী নহয়—যি যুদ্ধ লাগিল আমাৰ শাসননীতিৰ ফলস্বৰূপে আৰু সেই নীতিমতে যুৰোপত কৰা আমাৰ কাৰ্য্যৱলীৰ বাবে—আৰু আমি ভাৰতীয় প্ৰজাসকলক—যিসকলে নিজে নিজৰ দেশ শাসন কৰিব পোৱা নাই, আৰু যিসকলে নিজৰ প্ৰতিনিধিও পোৱা নাই,—খিলিঙটোৰ ভিতৰত ৬ পেন্স খৰচ ভৰিবলৈ বাধ্য কৰিব ধৰিছো।"

*Indian Expenditure Commission, 1895.*

৩য় খণ্ড, পৃষ্ঠা ৪৬৭

মিঃ ফছেটক সমৰ্থন কৰি মিঃ গ্লাডষ্টোনে কৈছিল:—

"* * এই আফগান যুদ্ধত এখন সাম্ৰাজিক যুদ্ধৰ চৰিত্ৰ আছে বুলি স্পষ্টতঃ পৰিগণিত হৈছে * * * কিন্তু মই ভাবো যে কেৱল এই সামান্য ধন নহয় (৫০ লাখ পাউণ্ডৰ ৰবগুনি উল্লেখ কৰি) যি পৰিমাণ ধন মোৰ বাইট

অনাৰেবল বন্ধু 'চেন্সেলাৰ অৱ দি এক্সকাৰে' বাস্তৱিকতে যথেষ্ট বুলি কৰ, অন্ততঃ সেই পৰিমাণ খৰচ আমাৰ দেশে বহন কৰাটো উচিত।"

*Indian Expenditure Commission, 1895,*
৩য় খণ্ড, পৃষ্ঠা ৪৬৭

যুদ্ধৰ আৱশ্যক আৰু কি উদ্দেশ্য লৈ এই যুদ্ধ কৰা হৈছিল তালৈ মন দিলে, ভাৰতবৰ্ষই এই যুদ্ধৰ খৰচৰ সামান্য অংশও বহন কৰাটোৰ একো যুক্তিসঙ্গত কাৰণ নেদেখো। ইয়াৰ উপৰিও এই যুদ্ধৰ শেহত আমীৰক বছৰি ৬ লাখ টকাৰ বৃত্তি দিয়াটোও ভাৰতবৰ্ষৰ কান্ধত জাপি দিয়া হল আৰু এই ৬ লাখ টকা বঢ়াই পাছত ১৮৯৪ সনত, ১২ লাখ টকা কৰা হল—এইদৰে বছৰি দিয়া টকাৰ সৰ্ব্বমুঠ পৰিমাণ ভালেখিনি হৈছে। স্বৰ্গীয় গোখেলৰ ভাষাত কবলৈ ঃ—

"আমীৰক আৰু সীমান্তত থকা আন আন পৰ্ব্বতীয়া জাতিবিলাকৰ ছৰ্দ্দাৰবিলাকক এই দৰে দিয়া বৃত্তি আদি এনেবিধৰ সকলো ব্যয় সেই কাৰণে যথাৰ্থতে সাম্ৰাজিক আৰু মধ্য এছিয়া খণ্ডত সাম্ৰাজিক স্বাৰ্থসিদ্ধিৰ বাবে ব্যয় কৰা হৈছে।"

*Indian Expenditure Commission, 1895,*
৩য় খণ্ড, পৃষ্ঠা ২৪৪ প্ৰশ্ন ১৮৫২৮

১৯। ১৮৮২ সনত ইজিপ্টলৈ অভিযান—লৰ্ড নৰ্থ-ব্ৰুকে—যি নিজে কোৱামতে এনেবিধৰ সামৰিক অভি-যান লৈ কাৰবাৰ কৰিব লগীয়া হৈছিল—বেলবী কমিশ্যনৰ সন্মুখত সাক্ষ্য দিওতে এই অভিযানৰ সৰ্ব্বমুঠ খৰচ ১৭ লাখ

পাউণ্ডৰ ভিতৰৰ ৫ লাখ পাউণ্ড দিয়াৰ ঠাইত আধা খৰচ বহন কৰা উচিত আছিল বুলি আভাস দিছিল। তেতিয়া তেওঁ গৱৰ্ণমেণ্টৰ ভিতৰত থাকি, এই খৰচৰ কিছু অংশ ভাৰতবৰ্ষৰ কান্ধত জাপি দিয়াটোৰ অন্যায় স্বীকাৰ কৰাৰ অসুবিধা আমি ভালদৰে বুজি পাওঁ। (*Indian Expenditure Commission, 1895*, ৩য় খণ্ড, পৃষ্ঠা ২০, প্ৰশ্ন ১৪১২৪) আমি কওঁ যে এইবিলাক অভিযানত ভাৰতবৰ্ষৰ একো স্বাৰ্থ নাছিল আৰু ইয়াৰ বাবে হোৱা খৰচৰ কোনো অংশ ভাৰতবৰ্ষই বহন কৰিব নালাগে। আমাৰ এই মত ভাৰত গৱৰ্ণমেণ্টৰ মিলিটাৰী ছেক্রেটৰী মেজৰ জেনেৰেল ই-এইচ এইচ কোলেনে সমৰ্থন কৰিছে। তেওঁ ৱেলবী কমিশ্যনৰ সমুখত সাক্ষ্য দিওঁতে কৈছিল যে এই অভিযানৰ বাবে হোৱা খৰচৰ এটা পইছাও ভাৰতবৰ্ষই দিয়া উচিত নহয়। (*Indian Expenditure Commission, 1895*, ১ম খণ্ড, পৃষ্ঠা ৪০১, প্ৰশ্ন ৬১২৬)

২০। উত্তৰ পশ্চিম সীমান্তত অভিযান—উত্তৰ পশ্চিম সীমান্তত যিবোৰ সৰু-সুৰা অভিযান হৈ সেই অঞ্চলত ঠাই দখল হৈছিল সেই সম্পৰ্কে এই বুলি কব পাৰি যে এইবোৰ অভিযানৰ উদ্দেশ্য সাম্ৰাজিক স্বাৰ্থৰক্ষা কৰাই আছিল বুলি মুক্ত কণ্ঠে স্বীকৃত হৈছে। "কাৰণ এইবোৰ সকলো যুদ্ধ সেই ডাঙৰ সাম্ৰাজিক সমস্যাৰ এটা অভেদ্য অংশ আছিল মাথোন, আৰু সেই বাবে সাম্ৰাজ্যৰ ৰাজকোষৰ পৰা এইবিলাকৰ ব্যয় বহন কৰা উচিত আছিল।" (*Indian Expenditure Commission* ৪ৰ্থ খণ্ড, পৃষ্ঠা ১৮৭, 'পোৱা' ৯৮) ১৮৮২ সনৰ এপ্ৰিলৰ পৰা ১৮৯১ সনৰ মাৰ্চ

মাহলৈকে প্ৰায় ১৩০ লাখ পাউণ্ড এনেবিলাক অভিযানৰ বাবে খৰচ কৰা হৈছিল। (*Indian Expenditure Commission, 1895*, ১ম খণ্ড, পৃষ্ঠা ২২২ প্ৰশ্ন, ৫৩৪৭-৫০)

২১। ব্ৰহ্মদেশৰ যুদ্ধ—ব্ৰহ্মদেশ সম্পৰ্কে যি আক্ৰমণমূলক নীতি অৱলম্বন কৰা হৈছিল, এই যুদ্ধ সেই নীতিৰেই ফল। ব্ৰহ্মদেশ অধিকাৰে বৃটিশ সাম্ৰাজ্য আৰু বহলাই দিলে—ইয়াৰ ফলত গ্ৰেট বৃটেনে নিজৰ বাণিজ্য বিস্তাৰ কৰিবলৈ আৰু ব্ৰহ্মদেশৰ প্ৰাকৃতিক সম্পদবোৰ কামত লগাই নিজৰ ঐশ্বৰ্য্য বৃদ্ধি কৰাত সুবিধা পালে। কিন্তু ভাৰতবৰ্ষই এনে কোনো সুবিধা ভোগ কৰিবলৈ পোৱা নাই। সেই বাবে এই যুদ্ধৰ খৰচ ৪০.৭ লাখ পাউণ্ড বৃটেনে বহন কৰাটো যুক্তিসঙ্গত, কাৰণ কেৱল বৃটেনেই এই যুদ্ধৰ বাবে লাভবান হৈছে। * এইটোও আঙুলিয়াব পাৰি যে ব্ৰহ্মদেশৰ শাসন-ব্যয় বহু বছৰলৈকে ভাৰতীয় ৰাজহৰ ওপৰত

---

* ১৮২৪-২৬ সনত প্ৰথম বৰ্ম্মা যুদ্ধ শেষ হোৱাত, আভাৰ সন্ধিপত্ৰমতে বাৰ্ম্মানসকলে, টেনাছেৰিন আৰু আৰাকান জিলা দুখন হস্তান্তৰিত কৰাৰ উপৰি, ১০ লাখ ষ্টাৰ্লিং ক্ষতিপূৰণ দিছিল। ১৮৫২ সনৰ দ্বিতীয় বৰ্ম্মা যুদ্ধ শেষ হোৱাত ৰেঙ্গুনৰ সন্ধিমতে পেগু জিলাখন বাৰ্ম্মানসকলে দিলে। মান দেশৰ তিনটা যুদ্ধৰ বাবে খৰচ ১৯ কোটি টকা (১৩ + ১ + ৫) হৈছিল বুলি মোটামুটিকৈ দেখুৱাব পাৰি। ইয়াৰ পৰা এক কোটি টকাৰ ক্ষতিপূৰণ, আৰু অধিকাৰ কৰা নাইবা এৰি দিয়া জিলা কেইখনৰ মূল্য বাদ দিব পাৰি, কিন্তু শেষৰটি আৰু গোটেই মান দেশখনেই বহুদিনলৈকে বিয়োগৰ ঘৰতেই থাকিল —আৰু সেই বাবে ভাৰতৰ ওপৰত বোজাৰ দৰে হৈ আছিল।

বোজাৰ দৰে আছিল। (*Financial Development in Modern India* by C. M. Vakil পৃষ্ঠা ১৩০) এই দৰে বহন কৰা এইবিলাক খৰচ ন্যায়সঙ্গতভাবে ভাৰতবৰ্ষই দাবী কৰিব পাৰে, আন কি ব্ৰহ্মদেশক যিদৰে ভাৰতবৰ্ষৰপৰা ফালি নিয়াৰ কথা চলিছে সেই মতে কৰিলেও ভাৰতবৰ্ষৰ এই দাবী ন্যায়সঙ্গত হব। বেলবী কমিশ্যনৰ সমুখত সাক্ষ্য দিওতে ছাৰ ডিনশ্ব ৱাচাই এই দৰে কৈছিল :—

"ওপৰ ব্ৰহ্মদেশ সম্পৰ্কে সামৰিক অভিযানৰ সমূহ-খৰচ আৰু তাৰ পাছত শাসন কাৰ্য্যৰ সমুদায় ব্যয়, ভাৰত-বৰ্ষক সম্পূৰ্ণতে 'ৰিফাণ্ড' দিয়া উচিত। আৰু প্ৰদেশখন ভাৰতবৰ্ষৰপৰা ফালি নি কংগ্ৰেছে ইঙ্গিত দিয়া মতে 'ক্ৰাউন কলনি'ত পৰিণত কৰিব লাগে। ৰেঙ্গুন আৰু মান্দালয়ত থকা ইংৰাজ সদাগৰসকলৰ কথামতে এইখন প্ৰদেশ দখল কৰা হৈছিল। ভাৰতবাসীয়ে কেতিয়াও এই প্ৰদেশ দখল কৰিবলৈ দাবী কৰা নাছিল। আৰু ইংৰাজ সদাগৰসকলৰ স্বাৰ্থসিদ্ধিৰ কাৰণে আৰু বৃটিশ সাম্ৰাজ্য বিস্তাৰৰ কাৰণে খৰচ কৰি ভাৰতবৰ্ষৰ ৰাজহৰ ওপৰত জাপি দিয়াটো অন্যায়।"

*Indian Expenditure Commission.*
৩য় খণ্ড, পৃষ্ঠা ২০৪

স্বৰ্গীয় গোপালকৃষ্ণ গোখেলে সাক্ষ্য দিওতে এইদৰে কৈছিল :—

"ওপৰ ব্ৰহ্মদেশখন ভাৰতীয় সীমান্তৰ বাহিৰে। গছিত ৰখা সাম্ৰাজিক সম্পত্তিৰ দৰে ৰক্ষা কৰি শাসন চলোৱাৰ বাহিৰে

এইখন প্ৰদেশ জয় কৰি দখল কৰাত আমাৰ একো স্বাৰ্থ নাছিল। সাম্ৰাজ্য বিস্তাৰৰ নীতি অনুসৰণ কৰি আৰু সাম্ৰাজ্যৰ বাণিজ্যগত স্বাৰ্থৰ বাবে এইখন প্ৰদেশ জয় কৰা হৈছিল। ভাৰতবৰ্ষৰ বিশেষ একো স্বকীয়া স্বাৰ্থ ইয়াত জড়িত নাছিল।

*Indian Expenditure Commission, 1895,*
৩য় খণ্ড, ২৪৩ পৃষ্ঠা

২২। ছোৰ্কিম অভিযান—ভাৰতবৰ্ষৰ ওপৰত এইখিনি খৰচ জাপি দিয়াৰ অন্যায়ৰ কথা আলোচনা কৰোঁতে আমি কেৱলমাত্ৰ ভাৰত গৱৰ্ণমেণ্টৰ প্ৰতিবাদ উল্লেখ কৰিব লাগে :—

"ছোৰ্কিম প্ৰদেশ শক্তিশালী কৰিবলৈ আৰু নীল নদৰ পাৰত মিছৰীয় ফৌজ নিযুক্ত হবলৈ যাতে মুকলি হব পাৰে সেই বাবে ভাৰতবৰ্ষৰপৰা যোৱা দেশীয় ছিপাহীৰ সেনা-নিবাসৰ সকলো খৰচ যোগাবলৈ আমাক কোৱা হৈছে। ইয়াত ভাৰতবৰ্ষৰ কুটা ডাল মানো স্বাৰ্থ আমি নেদেখো। ছুয়েজখালৰ নিৰ্ব্বিঘ্নতা সম্পৰ্কে কোনো প্ৰশ্নও ইয়াৰ ভিতৰত জড়িত আছে বুলি কব নোৱাৰি আৰু ভাৰতবৰ্ষৰ কৰদাতা-সকলে—যিসকলে ছোৰ্কিমলৈ যাত্ৰা কৰা ছিপাহী দলৰ সাধাৰণ খৰচ বহন কৰিব লাগিব, যিবিলাক ছিপাহীক মিছৰৰ সীমান্তত শান্তি আৰু শৃঙ্খলা ৰক্ষা কৰিবৰ নিমিত্তে আৰু মিছৰৰ হেৰোৱা প্ৰদেশ এখন পুনৰ জয় কৰিবলৈ পঠোৱা হৈছে, নাইবা ইটালীৰ ফৌজক সহায় কৰিবলৈ লগোৱা হৈছে, সেইবিলাক ছিপাহীৰ খৰচ ভাৰতবৰ্ষত কাম নকৰা সত্ত্বেও

এতিয়া ভৰিব লগীয়া হোবাৰ কাৰণ বুজিবলৈ টান পাব। * * *

"এনে অৱস্থাত, যি দেশৰ শাসন আমাক গতাই দিয়া হৈছে, সেই দেশৰ স্বাৰ্থৰ ফালৰপৰা চাই, এনে শাসন-নীতিৰ—যাৰ ফলত ভাৰতবৰ্ষৰ লগত স্বাৰ্থৰ একো সম্পৰ্ক নথকা কামবিলাকত হোৱা খৰচ ভাৰতবৰ্ষৰ ৰাজহৰ ওপৰত জাপি দিয়া হয়,—তীব্ৰ ভাষাৰে প্ৰতিবাদ কৰাটো আমি কৰ্ত্তব্য বোধ কৰিছো ; ভাৰতবৰ্ষৰ কাৰণে এনে শাসন নীতি অনুচিত, কাৰণ ইয়াৰ বাবে দুয়োটা একে কথাতে—ভাৰতীয় ফৌজ ইংলণ্ডক ধাৰলৈ দিব লগীয়া হলে, আৰু ইংৰাজ ছিপাহী ভাৰতবৰ্ষক দিব লগীয়া হলে, খৰচ বহন কৰা সম্পৰ্কে বিভিন্ন নীতি গ্ৰহণ কৰা হয় ; এনে শাসন-নীতি অসঙ্গত, কাৰণ ইয়াৰ বাবে আমাৰ গৱৰ্ণমেণ্ট সমালোচনাৰ পাত্ৰ হয় আৰু তেনে সমালোচনাৰ যথোপযুক্ত প্ৰত্যুত্তৰ দিবলৈ আমাৰ একো নাই।"

*Financial Development of Modern India by* C. N. Vakil—১৩১ পৃষ্ঠা।

২৩। য়ুৰোপীয় যুদ্ধ—ইয়াৰ পাছত আমি ১৯১৪-১৯ সনৰ মহাৰণৰ কথা আলোচনা কৰো। যুদ্ধ আৰম্ভ হোৱাৰ ঠিক পাছতেই ভাৰতবৰ্ষৰপৰা বহুতো ফৌজ য়ুৰোপীয় যুদ্ধক্ষেত্ৰলৈ পঠোৱা হৈছিল . আৰু যুদ্ধ চলি থকাৰ লগে লগে, সৰহসংখ্যক ভাৰতীয় ফৌজ আন আন যুদ্ধক্ষেত্ৰলৈকো পঠোৱা হৈ আছিল। এই মহাৰণত গ্ৰেট বৃটেনক কেবল ছিপাহীৰে নহয়, সম্ভৱ হলে, গ্ৰেট বৃটেনৰ গধুৰ আৰ্থিক বোজা লাঘৱ

কৰিবলৈকো যত্ন কৰিব লাগে, এনে ভাৰত গৱৰ্ণমেণ্টৰ মনো-ভাব আছিল যেন অনুমান হৈছিল ।

১৯১৪ সনৰ ৮ ছেপ্টেম্বৰ তাৰিখে, 'ইম্পিৰিয়েল লেজিছ-লেটিভ কাউন্সিল'ত—য'ত ছৰকাৰ পক্ষৰ সৰহীয়া মেম্বৰ আছিল, এটা প্ৰস্তাৱ গ্ৰহণৰ ভাওনা হৈছিল । প্ৰস্তাৱটো আছিল ছাৰ গঙ্গাধৰৰাও চিৎনবিছৰ নামত । সম্ৰাটলৈ ভক্তিৰ ভাব প্ৰকাশ কৰাৰ পাছত এইদৰে কোৱা হৈছিল—

"ভাৰতবৰ্ষই সাম্ৰাজ্যক সামৰিক সহায় দিয়াৰ উপৰিও, গ্ৰেট বৃটেনৰ ওপৰত যুদ্ধৰ বাবে যি গধুৰ আৰ্থিক বোজা পৰিছে, তাৰো ভাগ লবলৈ ভাৰতবাসীয়ে ইচ্ছা প্ৰকাশ কৰে আৰু ভাৰত গৱৰ্ণমেণ্টক এই কথাষাৰ আলোচনা কৰিবলৈ অনুৰোধ কৰে আৰু এইদৰে সাম্ৰাজ্যৰ লগত ভাৰতবৰ্ষৰ একতা দেখুৱাটো তেওঁলোকৰ অভিপ্ৰায় ।"

এই প্ৰস্তাৱটো বৰ বহলাই লিখা হৈছিল । কিন্তু সেই সময়ৰ ভাইছৰয় লৰ্ড হাৰ্ডিঞ্জে ভাৰতবৰ্ষৰ সামান্য আৰ্থিক সামৰ্থ্য জানি, ভাৰতবৰ্ষৰপৰা নিয়া ফৌজৰ কেৱল সাধাৰণ খৰচৰ বোজা বহন কৰিবলৈহে স্বীকৃত হল । এই প্ৰস্তাৱৰ আলোচনা শেষ কৰোতে তেওঁ এইদৰে কৈছিল:—

"কিন্তু, আমি এই বিষয়ে প্ৰকৃততে আলোচনা কৰি চাইছো বুলি কোৱা মোৰ কৰ্ত্তব্য আৰু এনে এটা সঙ্কটত 'হোম গৱৰ্ণমেণ্ট'ৰ বিপদৰ সুবিধা লৈ ভাৰতবৰ্ষই য়ুৰোপলৈ সামৰিক অভিযানৰ ফৌজ পঠোৱাৰ খৰচৰপৰা ৰেহাই পাই আৰ্থিক সুবিধা ভোগ কৰাটো ভাৰতবাসীৰ ইচ্ছাৰ বিপৰীত বুলি আমি অনুভৱ কৰিছিলো আৰু ভাৰতবাসীৰ

এনে মনোভাৱ আজিৰ প্ৰস্তাৱটোত আৰু এই প্ৰসঙ্গত দিয়া বক্তৃতাবিলাকত বেছকৈ প্ৰকাশিত হৈ আমি ভাবি লোৱা কথাযাৰৰ সমৰ্থন কৰিছে। গৱৰ্ণমেণ্টৰ ফালৰপৰা এই প্ৰস্তাৱ মই গ্ৰহণ কৰিছো আৰু ছেক্ৰেটৰী অৱ ষ্টেটক জনাবলৈ মই পলম নকৰো আৰু আমি যিবোৰ কথা অনুমোদন কৰা স্থিৰ কৰিছিলো, এতিয়া কাউন্সিলে আমাৰ কথা এইদৰে সমৰ্থন কৰাত আমাৰ গুৰি শকত হল আৰু সেই বাবে এনে অৱস্থাত, এইবোৰ ফৌজ ভাৰতবৰ্ষত থকা হলেও যি খৰচ পৰিল হয়, সেই খৰচৰ সিমান অংশ আমি গাত লম বুলি জনাম। এতিয়া মোটামুটিকৈ যি নিৰ্দ্ধাৰণ কৰিব পৰা যায়—আৰু এতিয়া মোটামুটিকৈয়ে ধৰিব লাগিব, আমাৰ 'ফাইনেন্সিয়েল' বছৰ শেষ হোৱালৈকে যুদ্ধ চলিব বুলি ধৰি ললে, ভাৰত গৱৰ্ণমেণ্টে হোম গৱৰ্ণমেণ্টক মুঠতে যিখিনি ধন দিব লাগিব তাৰ পৰিমাণ হব ১০ লাখ পাউণ্ড। ইয়াতকৈ আৰু সৰহ দিয়াটো, আমাৰ মনেৰে ভাৰতীয় কৰদাতা-সকলৈ ন্যায়সঙ্গত নহব * * *"

*Imperial Legislative Council Proccedings*
খণ্ড ৫৩, পৃষ্ঠা ৩৫-৩৬

এইদৰে, এই সময়লৈকে, ভাৰতবৰ্ষৰ ওপৰত যিটো বোজা জাপি দিয়াৰ প্ৰস্তাৱ হৈছিল, সেইটো হৈছে গ্ৰেট বৃটেনক ধাৰে দিয়া ছিপাহীৰ সাধাৰণ খৰচৰ বোজা মাথোন। পাৰ্লিয়া-মেণ্টৰ দুয়োখন সভাৰ সম্মতি নোলোৱাকৈ ভাৰতবৰ্ষৰ ৰাজহৰ ওপৰত এনে এটা বোজা জাপি দিবলৈ ভাৰত গৱৰ্ণমেণ্টৰ

আইন-সঙ্গত ক্ষমতা নথকা বাবে ( Sec. 55 of 21-22 Vic. Ch. 106 ) ১৯১৪ সনৰ নৱেম্বৰ মাহত, ভাৰত গৱৰ্ণমেণ্টৰ এনে এটা অভিপ্ৰায় বাহাল ৰাখিবলৈ এটা প্ৰস্তাৱ গৃহীত কৰা হল। প্ৰস্তাৱটো এইদৰে আছিল:—

"যেহেতু, যিখন যুদ্ধত এই দেশ প্ৰবৃত্ত হৈছে, তাত কাম কৰিবলৈ যিবোৰ ফৌজ ভাৰতবৰ্ষৰপৰা পঠোৱা হব তাৰ সকলো খৰচ ভাৰতবৰ্ষৰ ৰাজহৰপৰা বহন কৰিবলৈ মহামান্য সম্ৰাট মহোদয়ে নিৰ্দ্দেশ কৰিছে, সেইবাবে এই সভাই সম্মতি দিছে যে ইতিপূৰ্ব্বে যি ফৌজ পঠোৱা হৈছে, নাইবা যুদ্ধ চলি থকা কালত পঠোৱা হব, আৰু ভাৰত-গৱৰ্ণমেণ্টৰ যি কোনো জাহাজ এইবিলাক অভিযানত ব্যৱহাৰ কৰা হব, তাৰ বাবে দৰ্মহা আৰু অন্যান্য যাবতীয় সকলো বিষয় লৈ লাগতিয়াল সকলো খৰচ,—যিখিনি, এই-বোৰ ফৌজ ভাৰতবৰ্ষত, নাইবা এইবিলাক জাহাজ ভাৰত-বৰ্ষৰ দাঁতি-কাষৰীয়া সাগৰবিলাকত থকা হলেও, হল-হেতেন—ভাৰতবৰ্ষৰ ৰাজহৰপৰা দি থকা হব; যদিহে এইবিলাক ফৌজ নাইবা জাহাজ, আন ফৌজ নাইবা জাহাজেৰে সলাব লগীয়া হয়, তেন্তে এনেবিধৰ ফৌজ গঠন কৰা, আৰু জাহাজ যোগাৰ কৰা, আৰু এইবিলাক ৰক্ষা কৰাৰ সকলো খৰচ, এনেবিধৰ অভিযানবিলাকৰ উদ্দেশ্যে পাৰ্লিয়ামেণ্টে নিৰ্দ্দিষ্ট ৰখা ধনৰ ভঁৰালৰ পৰা দিয়া হব।"

*Imperial Legislative Council Proceedings.*

খণ্ড ৫৫, পৃষ্ঠা ৪৮৭

এইটো কব পাৰি যে, এই প্ৰস্তাবটোৰ বলত পাৰ্লিয়ামেণ্ট আৰু এখোজ আগ বাঢ়িল। কেবল ছিপাহীৰ দৰমহা আদি খৰচেই নহয়, তেওঁলোকক অনা-নিয়াৰ খৰচো ভাৰত গৱৰ্ণমেণ্টৰ ওপৰত জাপি দিয়া হল। ভাৰতবৰ্ষৰ বাবে এইটো দুগুণ বেছি অন্যায় হল। কাৰণ ছেক্ৰেটৰী অব ষ্টেটৰ কথামতে এতিয়ালৈকে এইদৰে নিয়ম আছিল—

"প্ৰত্যেক দৃষ্টান্ততেই—য'ত বিলাতৰপৰা ভাৰতবৰ্ষলৈ শক্তি বৃদ্ধি কৰিবলৈ নতুনকৈ অতিৰিক্ত ফৌজ পঠাবলগীয়া হৈছিল, এইদৰে পঠোৱা ফৌজৰ সকলো দৰমহা বিলাত এৰাৰ ঠিক পাছৰেপৰা ভাৰতৰ ওপৰত জাপি দিয়া হৈছিল। আনফালে আকৌ, যেতিয়া বিদেশৰ অভিযানৰ বাবে ফৌজৰ যোগান দিবলৈ ভাৰতবৰ্ষক কোৱা হৈছিল, তেতিয়া ভাৰতবৰ্ষৰপৰা অনুপস্থিতিৰ কালতো সেইবিলাক ফৌজৰ দৰমহা আদি সকলো খৰচ ভাৰতীয় ৰাজকোষত জাপি দিয়াটোৱেই সাধাৰণ নিয়ম আছিল।"

(১৮৭২ সনৰ ৯ আগষ্ট তাৰিখে ইণ্ডিয়া অফিছৰপৰা 'ৱাৰ অফিছ'লৈ দিয়া চিঠি। *Indian Expenditure Commission, 1895,* ২য় খণ্ড, পৃষ্ঠা ২৯৩)

অৰ্থাৎ, যেতিয়া এইদৰে বিদেশলৈ ফৌজ পঠাবলগীয়া হৈছিল, তেতিয়া অনা-নিয়াৰ খৰচ ভাৰতবৰ্ষই দিবলগীয়া হোৱা নাছিল। এতিয়া পূৰ্ব্বৰ সেই ৰীতি—যিটো আগতেই অন্যায় আছিল, এৰি পাৰ্লিয়ামেণ্টে উপৰোক্ত প্ৰস্তাৱেৰে ফৌজ অনা-নিয়াৰ খৰচো ভাৰতবৰ্ষৰ গাত জাপি দিলে।

২৪। যুদ্ধৰ বৰঙনি—এইটো বুজা যায় যে তেতিয়াৰ

লেজিছলেটিভ কাউন্সিলত ১৯১৭-১৮ সনৰ বাজেটৰ অন্ন ভাৱণা কৰিবৰ পূৰ্ব্বতেই ছেক্রেটৰী অব ষ্টেটৰ লগত ভাৰত গৱৰ্ণমেণ্টে লিখা-লিখি কৰি যুদ্ধৰ ববগুনি হিছাপে ১০ কোটি পাউণ্ড ভাৰতবৰ্ষৰ ৰাজহৰ পৰা দিয়াৰ বন্দোবস্ত স্থিৰ কৰিছিল। ১৯১৭ সনৰ মাৰ্চ্চ মাহত বাজেট সম্পৰ্কে জবান-বন্দী দিওতে, গ্রেট বৃটেনক যুদ্ধৰ ববগুনি দিয়াৰ কথা সেই সময়ৰ ৰাজস্ব-মন্ত্রী ছাৰ বিলিয়াম মেয়াৰৰ এই বক্তৃতাৰপৰা পোন-প্ৰথমে লেজিছলেটিভ কাউন্সিলৰ চকুত পৰে।

"আমি সদায় অনুভৱ কৰি আহিছো যে যদি আৰু যেতিয়া আমাৰ অৱস্থাই কৰে, তেন্তে আৰু তেতিয়া এই যুদ্ধত—য'ত ভাৰতবৰ্ষৰ ৰাজনৈতিক আৰু অৰ্থনৈতিক ভবিষ্যত জড়িত আছে,—আৰু নতুনকৈ ববগুনি দিয়াৰ কথা হাতত লম; মহামান্য সম্ৰাটৰ নৌ বিভাগে সাগৰত আধিপত্য বিস্তাৰ কৰাৰ ফলত এই যুদ্ধৰ ভিতৰতো ভাৰতবৰ্ষৰ বেহা-বেপাৰ আৰু নিৰ্ব্বিঘ্নতা ৰক্ষিত হৈছে। আৰু এই বিষয়টো লৈ আমি মহামান্য সম্ৰাটৰ গৱৰ্ণ-মেণ্টৰ লগত সদায় চিঠি লিখা-লিখি কৰি আছো। আমি ভাবো, যে এতিয়া আমাৰ অভিপ্ৰায় নিৰাপদে কাৰ্য্যত পৰিণত কৰাৰ সময় আহিছে আৰু এইমতে কাম কৰি ছাৰ গঙ্গাধৰৰাও চিৎনবিছৰ প্ৰস্তাৱৰ আলোচনাৰ সময়ত কাউন্সিলত সৰ্ব্বসম্মতিক্ৰমে যি স্বাদেশিকতাৰ ভাৱ প্ৰকাশিত হৈছিল, সেই ভাৱবো সম্মান কৰো।"

ছাৰ বিলিয়াম মেয়াৰৰ ভাষাত এই ১০ কোটি পাউণ্ড যুদ্ধৰ পূৰ্ব্বতে ভাৰত গৱৰ্ণমেণ্টৰ সৰ্ব্বমুঠ ৰাজহ যি পৰিমাণ

আছিল, তাৰ প্ৰায় দুগুণ আছিল। এই সম্পৰ্কে কাউন্সিলৰ কাৰ্য্যাবলী চালে বুজা যায় যে এই ১০ কোটি পাউণ্ডৰ দান ভাৰতবাসীৰ স্বইচ্ছাত দিয়া দান নাছিল, ই হৈছে গৱৰ্ণমেণ্টৰ স্বেচ্ছাচাৰী নীতিৰ ফল মাথোন। বিধিবদ্ধ আইনমতে—যাৰ বলত ভাৰতবৰ্ষৰ শাসন-কাৰ্য্য নিয়ন্ত্ৰিত হৈছিল—ভাৰতৰ ৰাজহৰ পৰা এইদৰে বৃটেনক দান কৰিবলৈ ভাৰত গৱৰ্ণমেণ্টৰ একো ক্ষমতা নাছিল।

১৯১৮ সনৰ ছেপ্টেম্বৰ মাহত ৰাজস্ব-মন্ত্ৰী ছাৰ বিলিয়াম মেয়াৰে যুদ্ধ সম্পৰ্কীয় বিবিধ খৰচ প্ৰায় ৪৫০ লাখ পাউণ্ডলৈকে ভাৰতবৰ্ষই বহন কৰিবলৈ এটা প্ৰস্তাব লেজিছলেটিভ কাউন্সিলত উপস্থিত কৰিছিল। তেতিয়া কোৱা হৈছিল যে সাধাৰণ অৱস্থাতে ১ লাখ ৬০ হেজাৰ ছিপাহীৰ পৰিবৰ্ত্তে ৫ লাখ ছিপাহীৰ সংখ্যা বঢ়াই ললে এই টকা দিব পাৰি আৰু এইদৰে সৰহকৈ সামৰিক ব্যয় ভাৰতীয় ৰাজহৰ ওপৰত জাপি দিলে পাৰ্লিয়ামেণ্টৰ প্ৰস্তাৱো ৰক্ষা কৰা হব। যি হওক, বহুতো আলোচনাৰ পাছত, কিছুমান সৰ্ত্ত বহুৱাই দিয়া হল, তাৰ ফলত এই খৰচ ২৬০ লাখ পাউণ্ডলৈ কমোৱা হল।

*Imperial Legislative Council Proceedings*

৫৭ খণ্ড, পৃষ্ঠা ১৬৭-৬৮

২৫। যুদ্ধৰ আন আন বোজা—এই যুদ্ধৰ বাবে ভাৰতবৰ্ষৰ ওপৰত যি বোজা জাপি দিয়া হৈছে, এতিয়া আমি সেই সম্পৰ্কে আলোচনা কৰিম। যিবিলাকৰ আচল হিচাপ পোৱা নাযায়, সেইবিলাকত আমি মোটামুটি হিচাপ দিম। কিন্তু এই যুদ্ধৰ বাবে ভাৰতবৰ্ষই বৃটেনক কিমান

নানান প্ৰকাৰে সহায় কৰিছিল আৰু তাৰ সলনি বৃটেনে ভাৰতবৰ্ষক কি সহায় কৰিছে, এই কথাষাৰ বুজাবলৈ বৰ্ত্তমানে চেষ্টা কৰিম। (১) ঠিক যুদ্ধ আৰম্ভ হোৱা মাত্ৰকতে ভাৰত-বৰ্ষই সকলো শিক্ষিত ফৌজ ফ্ৰান্সলৈ পঠাই দিলে আৰু এনে এটা সময় উপস্থিত হৈছিল যে নিজৰ সীমান্ত ৰক্ষা আৰু আভ্যন্তৰীণ শান্তি ৰক্ষা কৰিবলৈ ৩০ হেজাৰতকৈ সৰহ ছিপাহী ভাৰতবৰ্ষত নাছিল—এনেকুৱা সঙ্কটজনক অৱস্থা ১৮৫৭ সনৰ পাছত আৰু কেতিয়াও হোৱা নাছিল। এই বিপদৰ যে প্ৰকৃত অৰ্থ কি হব পাৰে, তাক টকাৰ মূল্যৰে নিৰূপণ কৰিবলৈ কোনেও যত্ন কৰা নাই আৰু বোধ কৰো কোনেও নোৱাৰে। আনকি, শিক্ষিত ছিপাহীৰ পৰিৱৰ্ত্তে আমাক যি আন নতুন ছিপাহী দিয়া হল, সেইবোৰ একেবাৰে অশিক্ষিত, ভালদৰে সাজ-সজ্জা নোহোৱা নতুনকৈ ভৰ্ত্তি হোৱা "বৃটিশ টেৰিটোৰিয়েল"ৰ নতুন ৰিক্ৰুইটবিলাকহে—যিবিলাক আমাৰ ছিপাহীৰ লগত কাৰ্য্যদক্ষতাত সমকক্ষ তেতিয়া হব নোৱাৰে; অথচ খৰচৰ হিচাপে এইবিলাকৰ বাবে দুগুণ তিনিগুণ সৰহ খৰচ আমি ভৰিব লগীয়া হল। (২) দ্বিতীয়তে ভাৰতবৰ্ষই বহুতো অতিৰিক্ত ফৌজ সংগ্ৰহ কৰি লাগতিয়াল অস্ত্ৰ-শস্ত্ৰৰ সজুলি, যানবাহনৰ গাড়ী-ঘোড়া আদি, বস্ত্ৰ-বাহানি কঢ়িয়াবলৈ বনুৱা আদি সাজ-সজ্জা দি আফ্ৰিকা, য়ুৰোপ আৰু এছিয়াৰ সকলুৱা যুদ্ধ-ক্ষেত্ৰবিলাকলৈ পঠাইছিল। ইয়াৰ বাবে প্ৰধান ৰণক্ষেত্ৰ পশ্চিম খণ্ডত বৰকৈ হেঁচা খোৱা শ্ৰান্তক্লান্ত বৃটিশ ছিপাহীসকলে উশাহ লবলৈ সুবিধা পাইছিল। এই সহায় টকাৰ মূল্যেৰে নিৰূপণ কৰা হোৱা নাই, অৱশ্যে ইয়াৰ বাবে

ভাৰতবৰ্ষই কিমান টকা খৰচ কৰিব লগীয়া হৈছিল, তাক সহজে নিৰূপণ কৰিব পাৰি। (৩) তৃতীয়তে, এয়ে যেন যথেষ্ট হোৱা নাছিল, ইয়াৰ উপৰিও আগেয়ে উল্লিখিত মতে ভাৰতবৰ্ষই ভালদৰেই টকাৰ বৰঙনি দিছিল—ভাৰতবৰ্ষৰ অসুবিধা হোৱা স্বত্বেও ভাৰতবৰ্ষত তোলা যুদ্ধঋণৰ পৰা টকা দিছিল। ভাৰতবৰ্ষ আৰু বৃটিঃশৰ মাজত আৰ্থিক বিনিময় নীতিৰ বাবে বৃটিঃশৰ ওপৰত যি হেঁচা লাহে লাহে বাঢ়িবলৈ ধৰিছিল, সেই হেঁচা কিছু পৰিমাণে লাঘৱ হৈছিল। আনফালে যুদ্ধৰ ফলত গ্ৰেট বৃটেনৰ ওপৰত যি আৰ্থিক বোজা পৰিছিল, সেই বোজা সমানে বহন কৰিবলৈ ভাৰতবৰ্ষই গাত লৈছিল। এইখিনি মুদ্ৰাৰে বৰঙনি দিয়া হৈছিল, গতিকে ইয়াৰ হিচাপ স্পষ্টকৈ দিব পাৰি আৰু এই হিচাপ সম্পৰ্কে কোনো বাদানুবাদ হব নোৱাৰে। বৃটেনক এই দৰে দান কৰি ভাৰতবৰ্ষই যি আৰ্থিক বোজা গাত পাতি লৈছিল, তাৰ মূল্য বৰ্ত্তমানে টকাৰ হিচাপত যি প্ৰতীয়মান হয়, তাতকৈ বহুতো বেছি বুলি কিয় আমি ভাবো, সেই সম্পৰ্কে বিচাৰ কৰিব লগীয়া কথা কিছুমান এতিয়া আমি আলোচনা কৰিম। টকাৰে এই দান দিয়াৰ উপৰিও যুদ্ধৰ মুখ্য ফলস্বৰূপে ভাৰতবৰ্ষৰ সাধাৰণতে হোৱা সামৰিক আৰু আন ৰাজকীয় শাসন কাৰ্য্যৰ ব্যয় বহুতো বাঢ়িল; ইমান দিনলৈকে যি ব্যয়ৰ বোজা ভাৰতবৰ্ষই বহন কৰিবলগীয়া হৈছিল, এতিয়া তাতকৈ বহুতো সৰহ ব্যয়ৰ গধুৰ বোজা গাত লব লগীয়া হল। ভাৰতীয় ৰাজকোষৰ ওপৰত এই দৰে অতিৰিক্ত ব্যয়ৰ বোজা জাপি দিয়াৰ ফলত ৫ বছৰৰ ভিতৰত

ভাৰত গৱৰ্ণমেণ্টৰ বাজেটত টকাৰ নাটনি হল আৰু সেই অনুপাতে ঋণৰ বোজাও বাঢ়িল—এই বৃদ্ধি প্ৰকৃততে যুদ্ধৰ ফল বুলি ধৰিব লাগিব। তলত দিয়া মতে ইয়াৰো মূল্য মুদ্ৰাৰে নিৰূপণ কৰিব পাৰি। (৪) চতুৰ্থতে যুদ্ধৰ সময়ত ভাৰতবৰ্ষৰ বহিৰ্ব্বাণিজ্য সম্পৰ্কে কত ৰকমৰ আইন প্ৰণয়ন কৰি পৰোক্ষভাৱে ভাৰতবৰ্ষক অনিষ্ট কৰা হৈছে, তাৰ মূল্য মুদ্ৰাৰে নিৰূপণ কৰা টান। এইবিলাক আইনৰ বাবে ভাৰতবৰ্ষৰ বহিৰ্ব্বাণিজ্য বহুতো কমিল। এনেয়েই বিনিময় নীতিৰ হেঁচাত লাহে লাহে বেছিকৈ বিপন্ন হোৱা ভাৰত গৱৰ্ণমেণ্টৰ ওপৰত আমাৰ দেশত প্ৰচলিত ৰূপৰ টকাৰ দাবীও কমিল। কৃত্ৰিমভাৱে হলেও মহাসমৰৰ ফলত ভাৰতবৰ্ষৰ ৰপ্তানী বহুতো বাঢ়িল আৰু সেই কাৰণে আমদানীও কমি যোৱাত আমদানী-ৰপ্তানীৰ দেনা-পাওনাৰ হিছাপ নিকাশত ভাৰতবৰ্ষৰ পাওনা দোপত দোপে বাঢ়িল। বৃটিঃশ গৱৰ্ণমেণ্টৰ হকে ভাৰতীয় ফণ্ডৰ পৰা টকা ব্যয় কৰাত দেনা-পাওনাৰ হিছাপ-নিকাশত ভাৰতবৰ্ষৰ পাওনা আৰু বাঢ়িল। এইবিলাক কাৰণত টকাৰ প্ৰয়োজনীয়তাও বাঢ়িল। আৰু টকাৰ মূল্য ষ্টাৰ্লিঙৰ অনুপাতে বঢ়াৰ লগে লগে, ১৮৯৮-৯৯ সনত দিয়া প্ৰতিশ্ৰুতিৰ সম্মানৰ কাৰণেই টকাৰ মূল্য ১৬ পেন্সতেই ৰাখিবলৈ গৱৰ্ণমেণ্ট বাধ্য আছিল। কিন্তু যেতিয়া কেচা ৰূপৰ দাম বেছি হোৱাত টকা সাঁচত মাৰোতে ক্ষতি হবলৈ ধৰিলে, তেতিয়া ১৮৯৮-৯৯ সনত নিজে কৰা বন্দবস্ত প্ৰত্যাহাৰ কৰিলে। আৰু যেতিয়া অন্য মুদ্ৰাৰ অনুপাতে টকাৰ বিনিময়-হাৰ বাঢ়িবলৈ ধৰিছিল, আৰু বেহা-বেপাৰৰ

কাৰণে ভাৰতৰ পাওনাও, বৰ বেছিকৈ বাঢ়িছিল, ঠিক সেই সময়ত ইচ্ছা কৰা হলে ভাৰতত টকা ধাৰ লৈ ২০ কোটি পাউণ্ডৰ ষ্টাৰ্লিং ঋণ সহজে পৰিশোধ কৰিব পাৰিলেহেতেন। ইয়াৰ ফলত মুদ্ৰানীতি আৰু বিনিময়-নীতিৰ কাৰণে হোৱা বেমেজালি আৰু অবিশ্বাসৰ হাতো সাৰিব পাৰিলেহেতেন; আৰু এই দৰে দেশক আজিৰ এই বিস্তৰ আৰ্থিক ক্ষতিৰ পৰা—যাৰপৰা দেশ এতিয়াও মুক্ত হোৱা নাই—ৰক্ষা কৰিব পাৰিলেহেতেন। কিন্তু ইয়াকে নকৰি, ইংলণ্ডলৈ টকা পঠাবলৈ ভাৰতবৰ্ষত টকা ধাৰে লৈ দেশৰ ষ্টাৰ্লিং ঋণ গৱৰ্ণমেণ্টে বঢ়ালে মাথোন।

২৬। যুদ্ধৰ খৰচ—১৯১৯ সনৰ জুলাই মাহত কমাণ্ডাৰ-ইন-চীফে এখন ডিস্পাচত ভাৰতবৰ্ষই কিদৰে জনবল দি সহায় কৰিছিল, সেই সম্পৰ্কে এই হিছাপ দিছিল:—

"যুদ্ধ আৰম্ভ হওতে, বিভাৰ্ড লৈ যুজাক ভাৰতীয় ফৌজৰ সংখ্যা আছিল ১৯৪,০০০। যুদ্ধ চলি থাকোতে সকলো বিভাগতে ভৰ্ত্তি হৈছিল ৭৯১,০০০-মুঠ সংখ্যা হল ৯৮৫,০০০। এই সংখ্যাৰ ভিতৰত ৫৫,২০০০ সাগৰৰ সিপাৰলৈ যুদ্ধৰ বাবে পঠোৱা হৈছিল। যুজাক নোহোৱা ফৌজৰ লগত থকা বনুৱাৰ সংখ্যা যুদ্ধৰ পূৰ্ব্বতে আছিল ৪৫ হেজাৰ আৰু যুদ্ধৰ সময়ত ৪২৭,০০০ অতিৰিক্ত বনুৱা ভৰ্ত্তি কৰি, তাৰ ভিতৰত ৩৯৭,০০০ বিদেশলৈ পঠোৱা হৈছিল। জনবল হিছাপে ভাৰতবৰ্ষই ১,৪৫৭,০০০ মানুহ দিছিল—ইয়াৰ ভিতৰত ৯৫৩,০০০ এ বিদেশত কাম কৰিছিল। হতাহতৰ সংখ্যা হৈছিল ১০৬,৫৯৪, তাৰ

ভিতৰত ৩৬,৬৯৬ হত হৈছিল। ফৌজৰ লগত বিদেশলৈ পঠোৱা জন্তুৰ সংখ্যা আছিল ১৭৫,০০০।"

এই সহায়ৰ মূল্য টকাৰ হিছাপে যে কিমান আছিল তাক নিৰূপণ কৰা অসম্ভৱ। কিন্তু এই আঠ বছৰে ১৯১৪-১৫ সনৰ পৰা ১৯২১-২২ সনলৈকে ভাৰতবৰ্ষই সমৰ বিভাগত কিদৰে খৰচ কৰিছিল তাৰ তালিকা শিক্ষাপ্ৰদ হব।

| | | | | |
|---|---|---|---|---|
| ১৯১৪-১৫ | ... | ... | ৩০'৮০ | কোটি টকা |
| ১৯১৫-১৬ | | ... | ৩৩'৫৯ | ,, |
| ১৯১৬-১৭ | ... | ... | ৩৭'৪৮ | ,, |
| ১৯১৭-১৮ | ... | ... | ৪৩'৫৬ | ,, |
| ১৯১৮ ১৯ | ... | ... | ৬৬'৭২ | ,, |
| ১৯১৯-২০ | ... | ... | ৮৬'৯৭ | ,, |
| ১৯২০-২১ | ... | ... | ৮৭'৩৮ | ,, |
| ১৯২১-২২ | ... | ... | ৬৯'৮১ | ,, |

ভাৰতবৰ্ষ ৰক্ষা কৰিবলৈ সচৰাচৰ সমৰ বিভাগত যি ব্যয় হয়, ১৯১৪-১৫ সনত হোৱা ৩০'৮০ কোটি টকাকে সচৰাচৰৰ ব্যয় বুলি ধৰি ললে যুদ্ধ চলি থকা ৫ বছৰত ১১৪ কোটি টকা সৰহকৈ খৰচ কৰা হৈছিল বুলি পোৱা যায়। ভাৰতবৰ্ষৰ ওপৰত ইও এটা অতিৰিক্ত গধুৰ বোজা হৈছিল। যুদ্ধ শেষ হোৱাৰ দুবছৰ পাছলৈকে যুদ্ধৰ ফলাফল চলিবলৈ ধৰিলে আৰু এই সময়তো সচৰাচৰ হোৱা খৰচতকৈ অতিৰিক্তকৈ বেছি খৰচ হবলৈ ধৰিলে—কেৱলমাত্ৰ দেশৰক্ষা কৰাৰ কাৰণেই ৯৫'৫৯ কোটি টকা অতিৰিক্ত খৰচ হল অৰ্থাৎ যুদ্ধৰ পূৰ্ব্বতে সচৰাচৰ হোৱা খৰচতকৈ ২০৯ কোটি

বেছি ভাৰতবৰ্ষৰ গাত জাপি দিয়া হল। ইয়াৰ পাছৰ পৰা এই ব্যয় কমাবলৈ ধৰিলে, কিন্তু তথাপিও ১৯১৪-১৫ সনত হোৱা খৰচতকৈ প্ৰায় দুগুণ বেছি খৰচ কৰা হবলৈ ধৰিলে। আমি যিবোৰ দাবী কৰিছো, সচৰাচৰতে হোৱা সাধাৰণ খৰচতকৈ সেই সময়ৰপৰা হোৱা অতিৰিক্ত খৰচখিনি সেই দাবীৰ ভিতৰত সুমুৱা নাই। য়ুৰোপায় যুদ্ধৰ বাবে ভাৰতবৰ্ষই কিমান অতিৰিক্ত বোজা বব লগীয়া হৈছিল আৰু শেহত এই অতিৰিক্ত খৰচেই সচৰাচৰৰ খৰচৰূপে পৰিণত হোৱাটো এইবিলাক হিছাপৰপৰা বুজিব পাৰি, আৰু সচৰাচৰৰ খৰচত পৰিণত হোৱা বাবে যুদ্ধৰ বাবে ভাৰতবৰ্ষই কিমান সহায় কৰিছিল তাক নিৰূপণ কৰিবলৈ এই হিছাপলৈ কোনেও মন নিদিয়ে। ১৯১৪-১৫ সনৰ পৰা ১৯১৮-১৯ সনলৈকে মুঠ খৰচ ৮৭০ লাখ পাউণ্ডৰ পৰা বাঢ়ি ১০৬০.১৪ লাখ পাউণ্ড হৈছিল। ১৯১৫-১৬ সনৰ পৰা ১৯২০ ২১ সনলৈকে যুদ্ধৰ বাবে হোৱা (৩৫৫.৫০-১৮৪.৮০) ১৭০.৭ কোটি টকা ভাৰতবৰ্ষৰ ওপৰত কেতিয়াও জাপি দিব নালাগিছিল। এইখিনি ভাৰতবৰ্ষক বৃটেনে পৰিশোধ কৰা উচিত। এই দাবী সম্পৰ্কে আলোচনা কৰোতে বস্তু-বাহানিৰ মূল্য বৃদ্ধিলৈকো লক্ষ্য কৰিব লাগে।

২৭। ডমিনিয়নবিলাকৰ লগত তুলনা—আমাৰ অনুসন্ধানৰ এই অংশ শেষ কৰাৰ পূৰ্ব্বতে ইয়াৰ লগতে আৰু দুটা বিষয়ৰ উল্লেখ কৰিম। পোন প্ৰথমতে, বৃটেনৰ অন্যান্য ডমিনিয়নবিলাকৰ লগত ভাৰতবৰ্ষৰ যুদ্ধৰ বৰঙনি আৰু সেই অনুপাতে লাভালাভ তুলনা কৰি চালে বৰ বেছি অসামঞ্জস্য

দেখা যায়। যুদ্ধ আৰম্ভ হওতে যেতিয়া অন্যান্য ডমিনিয়নবিলাকে নিজৰ সীমান্ত ৰক্ষা কৰা, নাইবা নিজৰ অঞ্চলত সাগৰত বাণিজ্য ৰক্ষা কৰিবলৈহে মাথোন গাত লৈছিল, সেই সময়ত ভাৰতবৰ্ষইহে অকল নিজৰ সীমান্ত ৰক্ষা কৰাৰ বাহিৰেও যুদ্ধত সাম্ৰাজ্যক যুদ্ধাক দিও সহায় কৰিবলৈ গাত ললে। সীমান্ত ৰক্ষা কৰাৰ গধুৰ দায়িত্ব কেৱল দক্ষিণ আফ্ৰিকাৰ গাতহে আছিল, কাৰণ জাৰ্ম্মাণীৰ উপনিবেশ থকা বাবে সেই অঞ্চলত বিপদৰ আশঙ্কা সম্ভৱ আছিল। কিন্তু গেলিপলি অঞ্চলত আৰু প্ৰাচ্য সাগৰত শান্তি ৰক্ষা কৰাত অষ্ট্ৰেলিয়াৰ বৰঙনিৰ ভাৰতবৰ্ষৰ লগত তুলনাই হব নোৱাৰে। এই যুদ্ধত জয় হোৱাৰ ফলস্বৰূপে ভাৰতবৰ্ষই বিশেষ একো সুবিধা ভোগ কৰিব পৰা নাছিল। কিন্তু গ্ৰেট বৃটেনৰ লগে লগে ডমিনিয়নবিলাকে জাৰ্ম্মাণীৰপৰা ক্ষতিপূৰণৰো অংশ ললে। ক্ষতিপূৰণৰ অংশ দিয়া হলেও ভাৰতবৰ্ষই এই যুদ্ধৰ বাবে যি ব'ঙনি দিছিল আৰু যি দুখ সহিবলগীয়া হৈছিল সেই অনুপাতে একোৱেই সুবিধা নাপালেহেতেন। ক্ষতিপূৰণৰ হিছাপ-নিকাশত ভাৰতবৰ্ষৰ তো একো মাতেই নাই। দ্বিতীয় কথা হৈছে—যুদ্ধৰ বাবে ভাৰতৰ আছলতে কিমান ভৰণি হৈছিল। যুদ্ধৰ বাবে লোৱা ঋণৰ সুদ চুক্তিমতে নিৰ্দ্দিষ্ট আৰু সেই শতকৰা ৬৲ টকা হিছাপৰ সুদ যুদ্ধৰ সময়ৰ বজাৰৰ বস্তুৰ দৰ আৰু আজিৰ বজাৰৰ তুলনাত দেখাতকৈ বহুত বেছি—বস্তুৰে দিব লগা হলে আজিৰ দুগুণ। আৰু ইয়াৰ উপৰিও, ভাৰত গৱৰ্ণমেণ্টৰ আৰ্থিক অৱস্থাৰ ফলত হোৱা বিনিময়-হাৰৰ কৃত্ৰিম উঠা-নমা আছেই। এইবিলাক ঋণৰ সুদ আৰু

পৰিশোধৰ কাৰণে বধা 'ছিঙ্কিং ফণ্ড'ৰ বাবদে ভাৰতীয় খেতিয়কে দিবলগা ধন শতকৰা হিচাপে নির্দিষ্ট। কিন্তু এই ধনৰ বাবদে ভাৰতীয় খেতিয়কে বস্তুহে দিব লাগে আৰু বস্তুৰ অনুপাতে চালে ইয়াৰ মূল্য অনেক বাঢ়ে। যেনেকৈ, প্রত্যেক ১০০ পাউণ্ডৰ ঋণৰ সুদ বুলি যি ৬ পাউণ্ড ইংৰাজ মহাজনে পায়, তাৰ বাবদ প্রকৃততে ভাৰতীয় কৰদাতাই আজি ১৯১৯ সনৰ দুগুণ কি তিনি গুণ বেছি বস্তু দিব লাগে। যিবোৰ দেশে এইদৰে ঋণ লবলগীয়া হৈছিল, সকলোৱেই এই যুদ্ধ ঋণ সম্পর্কেপ্রতিকাৰ বিচাৰি আপত্তি কৰি আহিছে; আৰু এনে বিধৰ ঋণৰ বোজাৰপৰা মুক্তি পাবলৈ কিছুমানে ককাঁলত টঙালি বান্ধি লাগিছে। বৃটেনে নিজেই নিজৰ প্রধান মহাজনৰ-পৰা প্রতিকাৰ বিচাৰিছে আৰু যথেষ্ট প্রতিকাৰ পাইছেও; বৃটেনে নিজেও তেওঁৰ ওচৰত ঋণী হোৱা দেশবিলাকৰ লগত উদাৰভাৱে ব্যৱহাৰ কৰিছে। সেইবাবে বৃটেনৰ প্রয়োজনৰ সময়ত যুদ্ধত বৰঙনি দিয়া আৰু নানান উপায়ে সহায় কৰা বাবে ভাৰতবর্ষৰ এই দাবীও তেওঁলোকে সহানুভূতিৰে সৈতে ভাবি চোৱা প্রয়োজন। প্রয়োজনৰ সময়ত উপকাৰ কৰা বাবে কৃতজ্ঞতাৰ সোঁৱৰণীস্বৰূপেই হওক, নাইবা আনে এনে বিধৰ প্রতিকাৰ পাইছে আৰু লৈছে বুলিয়েই হওক, ভাৰত-বর্ষক এই বোজাৰপৰা ৰেহাই দিয়া উচিত।

২৮। বাজেটৰ নাটনি—ইয়াৰ পাছত ১৮৫৮ সনৰ পৰা বাজেটত নাটনি হৈ যি ঋণৰ প্রয়োজন হৈছিল তালৈ মন দিব লাগে। যুদ্ধ নাইবা যুদ্ধৰ দৰে অভিযান, নাইবা বিনিময়ৰ দুর্বিপাক, নাইবা দুর্ভিক্ষ হোৱা বাবে সহায়, নাইবা অর্থ

বিভাগৰ পৰিচালনাত অক্ষমতা—এইবিলাক কাৰণতেই প্ৰায়েই বাজেটত এনেবিধৰ নাটনি হৈছিল। ইয়াৰ ভিতৰত, যুদ্ধ আৰু যুদ্ধৰ দৰে অভিযান আদিৰ ফলাফল সম্পৰ্কে পূৰ্ব্বতেই আলোচনা কৰিছো; সেইবাবে আমাৰ যুক্তিৰ পুনৰ অৱতাৰণা কৰাৰ একো সকাম নাই, কেৱল এইখিনি কলেই হব যে আহল যুদ্ধৰ কেই বছৰ যুদ্ধৰ বাবে প্ৰয়োজনীয় ব্যয়ৰ যিখিনি ধাৰ কৰা টকাৰে জোৰা মাৰিব পৰা নগৈছিল, কেৱল সেইখিনিহে সাধাৰণ বাজেটৰ নাটনিত দেখুৱা হৈছে। মহা ৰণৰ পাছৰ কেইবছৰত বাজেটৰ নাটনি ক্ৰমাৎ বাঢ়িবলৈ ধৰিলে।

(কোটি টকাত নাটনি দেখুৱা হৈছে।)

| | |
|---|---|
| ১৯১৮-১৯— | ৫.৭৩ কোটি |
| ১৯১৯-২০— | ২৩.৬৫ ,, |
| ১৯২০-২১— | ২৬.০০ ,, |
| ১৯২১-২২— | ২৭.৬৫ ,, |
| ১৯২২-২৩— | ১৫.০১ ,, |
| | ৯৮.০৪ কোটি |

এই হিচাপত প্ৰদেশবিলাকত হোৱা নাটনি দেখুৱা হোৱা নাই। ৰিফৰ্ম দিয়াৰ পাছতেই তিনি বছৰলৈকে প্ৰদেশবিলাকতো বাজেটত টকাৰ বৰ নাটনি পৰিছিল। ভাৰতবৰ্ষৰ শাসন মহাৰাণীৰ হাতলৈ নিয়াৰপৰা এতিয়ালৈকে অৰ্থাৎ ১৮৫৮-৫৯ সনৰপৰা ১৯২৯-৩০ সনলৈকে পৰ্য্যালোচনা কৰি চালে দেখিবলৈ পোৱা যায় যে প্ৰথম ৪০ বছৰ মুঠতে ৩২॥ লাখ পাউণ্ডৰ নাটনি হৈছিল অৰ্থাৎ ৫ কোটি টকা। তাৰ পাছৰ

১৫ বছৰ খৰচ বাদ দি প্ৰায় ৫৪ কোটি টকা আছলকৈ অতিৰিক্ত হৈছিল। যুদ্ধৰ ৪ বছৰ ১৮ কোটি টকা খৰচ বাদ নিদিয়াকৈ নামতহে অতিৰিক্ত হয়। যুদ্ধৰ পাছৰ ৫ বছৰত সকলো হিচাপ নিকাশ কৰি আছলতে নাটনি হয় ৯৮ কোটি। ইয়াৰ পাছৰ ৫ বছৰ কৃত্ৰিম উপায়ে (অৰ্থাৎ টকাৰ মূল্য বিনিময়ত বেছি হোৱা বাবে) ১৬ কোটি টকা অতিৰিক্ত দেখুৱা হৈছে। যোৱা দুই তিন বছৰ বাজেটত বছৰি নাটনি বাঢ়িব ধৰিছে আৰু অকল যোৱা বছৰ অৰ্থাৎ ১৯২৯-৩০ সনতেই মুঠতে ১৮ কোটি টকাৰ নাটনি হৈছিল। ১৯২০ সনৰপৰা প্ৰাদেশিক অৰ্থ বিভাগ ভাৰত গৱৰ্ণমেণ্টৰপৰা ফালি নিয়াৰ পাছত, প্ৰাদেশিক নাটনি হিচাপত নধৰাকৈও ১২০ কোটি টকা নাটনি হৈছিল; অতিৰিক্ত হোৱা ধনৰ সৰ্ব্ব মুঠ হয় ৮৮ কোটি টকা; সেইবাবে নাটনি হৈ মুঠতে নতুনকৈ ৩৩ কোটি টকাৰ ধাৰ লাগে। যুদ্ধ, দুৰ্ভিক্ষ আৰু বিনিময়ৰ দুৰ্ব্বিপাকৰ ফলত হোৱা আৰ্থিক ক্ষতি আৰু ঋণ সুকীয়াকৈ হিচাপত দেখুৱা বাবে এইখিনি টকা অৰ্থাৎ এই ৩৩ কোটি ঋণ অৰ্থ বিভাগ পৰিচালনাৰ অক্ষমতা আৰু বেমেজালিৰ বাবে ভাৰতবৰ্ষই ভৰিব লগীয়া হল বুলি আমি কওঁ।

২৯। বিবিধ খোজা—সম্পত্তিৰ সৃষ্টি নকৰা খৰচৰ বিষয়-বিলাকৰ ভিতৰত ভাৰতবৰ্ষৰ বাহিৰে "ছিভিল আৰু মিছলে-নীয়াছ চাৰ্জ" বুলি যি খৰচ কৰা হয়, তাৰ আলোচনা কৰিব পাৰি—যেনে ইণ্ডিয়া অফিছ সম্পৰ্কীয়, এডেন, পাৰস্যলৈ মিছন, চীনৰ 'ডিপ্লোমেটিক' আৰু কনছুলাৰ অফিছ ইত্যাদিৰ বাবে হোৱা খৰচ।

ইণ্ডিয়া অফিছ—বেলবী কমিশ্যনব বিপোর্টমতে ইণ্ডিয়া অফিছ সম্পৰ্কীয় 'হোম চাৰ্জ' বুলি হোৱা খৰচৰ পৰিমাণ ১৮৯৭-৯৮ সনত হৈছিল ২৪০,০০০ পাউণ্ড। ১৯০০ সনলৈকে ইণ্ডিয়া অফিছৰ সমুদায় খৰচ ভাৰতবৰ্ষই বহন কৰিব লগীয়া হৈছিল। এই খৰচৰ একো ঠিক নাছিল, প্ৰতি বছৰে এই খৰচৰ বঢ়া-টুটা হৈ আছিল। 'কলনিয়েল' অফিছৰ কাৰণে উপনিবেশ-বিলাকে এটা পইছাবো বৰঙনি দিয়া নাছিল। বেলবী কমি-শ্যনে ইণ্ডিয়া অফিছৰ খৰচৰ বাবে বছৰি ৫০ হেজাৰ পাউণ্ড দিয়াৰ অনুমোদন কৰিলে—"সম্ৰাটৰ আন আন ৰাজ্যতকৈ ভাৰতবৰ্ষৰ লগত অন্যায় ভাবে ব্যৱহাৰ কৰা হৈছে বুলি যাতে কোনেও যেন অভিযোগ নকৰে।" উপনিবেশবিলাক আৰু ভাৰতবৰ্ষৰ লগত ব্যৱহাৰৰ পাৰ্থক্য "বহু দিনৰপৰা চলি অহা" বুলিয়েই বেলবী কমিশ্যনে এই পাৰ্থক্য ন্যায়সঙ্গত বুলি বিবে-চনা কৰিছে। এটা নিয়ম পুৰণি হল বুলিয়েই ন্যায়সঙ্গত আৰু উচিত বুলি বিবেচিত হব নোৱাৰে। বছৰি বছৰি যি অতি-ৰিক্ত টকা ভাৰতবৰ্ষৰপৰা আদায় কৰা হৈছে, সেইখিনি মুঠ কৰি ঘূৰাই দিব লাগে বুলি ভাৰতবৰ্ষই দাবী কৰিলে সেই দাবী ন্যায়সঙ্গতভাৱে প্ৰাপ্যতকৈ বেছি নহয়।

৩০। এডেন—১৮৩৮ সনত ইষ্ট ইণ্ডিয়া কোম্পানীয়ে এডেন অধিকাৰ কৰিছিল। তেতিয়াৰেপৰা ১৮৯৫ সনৰ ভাৰ-তীয় ব্যয় তদন্ত কমিশ্যনে ১৯০০ সনত বিপোৰ্ট দিয়ালৈকে সামৰিক আৰু ৰাজকীয় অন্যান্য কাৰ্য্য চলোৱাৰ বাবে সকলো খৰচ ভাৰতবৰ্ষই বহন কৰিব লগীয়া হৈছিল। ১৮৯৪-৯৫ সনৰ সামৰিক ব্যয় ভাৰত গৱৰ্ণমেণ্টে হিছাপ কৰামতে আছিল

২০৬,০০০ টকা। ৰাজকীয় অন্যান্য শাসন কাৰ্য্যাদিত খৰচ হৈছিল ৫২ হেজাৰ টকা, আয় হৈছিল ২৩ হেজাৰ টকা অৰ্থাৎ নাটনি পৰিছিল ২৯ হেজাৰ টকা।

*Indian Expenditure Commission*,
৪ৰ্থ খণ্ড, পৃষ্ঠা ৯২

গ্ৰেট বৃটেনে ইয়াৰ সামৰিক ব্যয়ৰ আধাখিনি বহন কৰিব লাগে বুলি ৱেলবী কমিশ্যনে অনুমোদন কৰিছিল। তেওঁ-লোকে এইদৰে লিখিছিলঃ—

"সাম্ৰাজ্যখন এটা সমষ্টি হিচাপে সঙ্ঘবদ্ধ হোৱা হলে, এডেন সাম্ৰাজিক খৰচৰ বিষয় হ'লহেঁতেন আৰু সাম্ৰাজ্যৰ সকলো মেম্বৰে ইয়াৰ বাবে বৰঙনি দিব লাগিলহেঁতেন। কিন্তু যি স্থলত এইদৰে সমষ্টি হোৱা নাই সেইবাবে ইয়াৰ আন এটা বন্দবস্ত কৰিব লাগে। সামৰিক ব্যয়ৰ আধা-খিনি গ্ৰেট বৃটেনে দিয়াটো ন্যায়সঙ্গত হব।"

এই বন্দবস্তমতে ভাৰতবৰ্ষই এডেনৰ সামৰিক ব্যয়ৰ বাবে আধাখিনি ভৰিবলগীয়া হল, অথচ সাম্ৰাজ্যৰ আন আন ৰাজ্য-বিলাকক এই সম্পৰ্কে একো বৰঙনি দিবলৈ কোৱা নহল। এনে বন্দবস্তৰ ন্যায়সঙ্গততা বুজা টান। সাম্ৰাজিক সুবিধাৰ ফালৰপৰা এডেনৰ দৰে সুবিধাজনক ঠাইৰ বিশেষ প্ৰয়োজনীয়তা আছে। আৰু এই ডোখৰ ঠাই দখল কৰিলে গ্ৰেট বৃটেনৰ কেৱল ভাৰতবৰ্ষৰ লগত বাণিজ্যৰ সুবিধা নহয়, অষ্ট্ৰেলিয়াৰ আৰু প্ৰাচ্য ভূখণ্ডত আন আন উপনিবেশবিলাকৰ লগতো বাণিজ্যৰ সুবিধা হয়। গ্ৰেট বৃটেনৰ কাৰণে এডেনৰ প্ৰয়োজনীয়তা মেজৰ-জেনেৰেল ই-এইচ-এইচ-কোলেনৰ তাৰাও ভালকৈ বৰ্ণাৰ

পাৰি। ১৮৯৬ সনৰ মাৰ্চ্চ মাহত ৱেলবী কমিশ্যনৰ সমুখত সাক্ষ্য দিওতে তেওঁ এইদৰে কৈছিল—

"কেৱল ভাৰতবৰ্ষ নহয়, অষ্ট্ৰেলিয়া আৰু চীন দেশলৈকো এডেনেই হৈছে বাণিজ্যৰ দুৱাৰৰ সঁচাৰ কাঠি। এই ঠোখৰ ঠাই কেৱল ভাৰতবৰ্ষৰ বাবে নহয়, গ্ৰেট বৃটেনলৈকো বৰ প্ৰয়োজনীয়। 'বোৰ্ড অৱ ট্ৰেড'ৰপৰা মোৰ ওচৰত কিছুমান হিচাপৰ তালিকা আছে। ১৮৯৪ সনত গ্ৰেট বৃটেন আৰু বৃটিশ ভাৰতৰ লগত ৬৭,৫৫৩,৩৪৮ পাউণ্ডৰ বাণিজ্য হৈছিল; এছিয়াৰ আন আন দেশৰ লগত গ্ৰেট বৃটেনৰ হোৱা বাণিজ্যৰ মূল্য ৪২,৮৬৮,৬১৮ পাউণ্ড হৈছিল; অষ্ট্ৰেলিয়াৰ লগত হোৱা বাণিজ্যৰ মূল্য আছিল ৫৪,৮২৪,৪৭৬ পাউণ্ড; ইয়াৰ পৰা দেখা যায় যে পাছৰ দুখন দেশৰ লগত হোৱা বাণিজ্যৰ মুঠ পৰিমাণ ভাৰতৰ লগত হোৱা বাণিজ্যতকৈ সৰহ আছিল। সেই সময়ত আফ্ৰিকাৰ পূৰ্ব্ব উপকূলৰ লগত বৃটিশ বাণিজ্যৰ পৰিমাণ বহুতো কম আছিল। ১৮৯৪ সনত চুয়েজ খালেদি ভাৰতলৈ যিবোৰ জাহাজ আহিছিল, সেই সকলোবিলাকৰ মুঠতে ২,৪৪২,২৫২ টন মাল কঢ়িয়াবৰ শক্তি আছিল, এছিয়াৰ অন্যান্য ঠাইলৈ অহা জাহাজৰ মাল কঢ়িয়াবৰ শক্তি আছিল ১,৪০৭,৫৬৭ টন অথচ অষ্ট্ৰেলিয়া আৰু নিউ জিলাণ্ডলৈ মাল অনা নিয়া কৰিবৰ শক্তি জাহাজবিলাকৰ মুঠ ৯৯৩,৯৯১ টন আছিল।"

*Indian Expenditure Commission, 1895,*

১ম খণ্ড, পৃ. ৪১৫

আৰু এটা মত উল্লেখ কৰিবলৈ হ'ল—মিঃ ষ্টিফেন জেকব

ছি-এছ-আইয়ে ১৮৯৭ সনৰ ফেব্ৰুৱাৰী মাহত ৱেলবী কমিশ্বনৰ সমুখত সাক্ষ্য দিওতে এইদৰে কৈছিল—

"ইংলণ্ডই যে খৰচৰ এটা অংশ বহন কৰিব লাগে বুলি ভাৰতবৰ্ষই দাবী কৰিছে, তাৰ কাৰণ হৈছে এডেন ৰক্ষা কৰাৰ লগত ইংলণ্ডৰ বহুতো কালৰপৰা স্বাৰ্থ জড়িত। বাণিজ্যৰ স্বাৰ্থ সম্পৰ্কে এই কমিশ্বনৰ সমুখত বহলাই কোৱা হৈছেই, আৰু এই সম্পৰ্কে তাতকৈ বেছি বহলাই কৰলৈ মোৰ একো নাই। চুৱেজ খাল খনাৰ পাছৰপৰা সদাগৰী জাতি হিছাপে বেহা-বেপাৰৰ কালৰপৰা ইংলণ্ডৰ পক্ষে এডেন বিশেষকৈ মূল্যবান হৈছে। সেই কাৰণেই প্ৰাচ্য ভূখণ্ডত বাণিজ্যৰ বাটৰ দুৱাৰৰ সঁচাৰ কাঠি বুলি উচিতমতেই কোৱা হৈছে। পৃথিবীৰ সদাগৰী সকলো জাতিৰে, বিশেষকৈ ইংলণ্ড পৃথিবীৰ ভিতৰত এটা প্ৰধান সদাগৰী জাতি হোৱা বাবে,—এডেনৰ ৰক্ষাৰ লগত স্বাৰ্থ জড়িত আছে। ইয়াৰ বাহিৰেও নৌবিভাগৰ কালৰপৰাও —সেই বাবে যুদ্ধৰ পৰিচালনাৰ সুবিধাৰ কালৰপৰাও এডেন ইংলণ্ডৰ পক্ষে বিশেষ লাগতিয়াল। যদি ভৱিষ্যতলৈ কেতিয়াবা যুদ্ধ হয়, তেতিয়া আমাৰ যুদ্ধজাহাজবিলাকৰ বাবে কয়লা আৰু অস্ত্ৰ শস্ত্ৰাদিৰ নতুন যোগান লবলৈ আৰু বিপদৰ সময়ত আশ্ৰয় পাবলৈ সুৰক্ষিত দুৰ্গৰ দৰে হব আৰু সেই কাৰণে প্ৰাচ্য ভূখণ্ডত বাণিজ্য চলাচলৰ ৰাস্তাবোৰ শত্ৰুৰ আক্ৰমণৰ পৰা ৰক্ষা কৰিবলৈ যুদ্ধৰ প্ৰধান আড্ডাৰ দৰে হব। এডেনত দুৰ্গ ৰক্ষা আৰু যুদ্ধৰ সঁজুলিৰ যোগাৰ ৰখা আদিৰ খৰচৰ এটা অংশ ইংলণ্ডই

বুলি কৰি তেওঁলোকৰ এডেনত স্বাৰ্থ থকা বুলি একেৰকমে স্বীকাৰ কৰিছে। আৰু এইটো কব পাৰি যে প্ৰয়োজনীয় দুৰ্গৰক্ষী ফৌজ ৰখাতো ইংলণ্ডৰ সমান স্বাৰ্থ আছে। ইয়াৰ উপৰিও, ৰাজনৈতিক হিচাপে,—ভাৰতীয় স্বাৰ্থৰ ফালৰপৰা নহয়,—বৰঞ্চ সাম্ৰাজ্যৰ সাধাৰণ পৰৰাষ্ট্ৰনীতিৰ ফালৰপৰা হে এডেনে ইমান প্ৰাধান্য পাইছে।"

*Indian Expenditure Commission,*
৩য় খণ্ড, পৃষ্ঠা ৭৪-৭৫

হিচাপৰ তালিকাৰ পৰা দেখা যায় যে অষ্ট্ৰেলিয়া আৰু প্ৰাচ্য ভূখণ্ডৰ আন আন দেশবিলাকলৈ অহা বাণিজ্যৰ পৰিমাণ ভাৰতবৰ্ষলৈ অহা বাণিজ্যতকৈ ৩০০ লাখ পাউণ্ড সৰহ আছিল।

জিব্ৰাল্টাৰ আৰু মাল্টা—এই দুয়োটা দুৰ্গয়ো গ্ৰেট বৃটেনৰ বাণিজ্য-স্বাৰ্থ ৰক্ষা কৰে। এই দুয়োটা দুৰ্গৰ সকলো খৰচ গ্ৰেট বৃটেনে নিজৰ পৰা ভৰে। গ্ৰেট বৃটেনৰ বাণিজ্য-স্বাৰ্থ ৰক্ষা কৰাৰ তৃতীয় ঠাই এডেনৰ সকলো খৰচ ভাৰতবৰ্ষৰ গাতে জাপি দিয়াটো কেনেকৈ ন্যায়সঙ্গত হয়? আমি কওঁ যে এডেন দখল কৰাৰপৰা এতিয়ালৈকে যি খৰচ ভাৰতবৰ্ষই বহন কৰি আহিছে, সকলোখিনি গ্ৰেট বৃটেনে দিয়া উচিত; ভাৰতবৰ্ষই মুঠতে এতিয়ালৈকে কিমান টকা ইয়াৰ বাবে দিলে, তাৰ হিচাপ বৰ্ত্তমানে আমাৰ হাতত নাই, কিন্তু এইখিনি নিৰ্ণয় কৰিবলৈ টান হব বুলি আমাৰ সন্দেহ নহয়।

৩১। পাৰশ্য মিশ্যন—১৮১০ সনত পাৰশ্য মিশ্যন স্থাপিত হয়। ১৮২৩ সনলৈকে এই মিশ্যন গ্ৰেট বৃটেনৰ খৰচত

ৰক্ষা কৰা হয়। ১৮২৩ সনৰ পৰা ১৮৩১ সনলৈকে ভাৰতীয় ৰাজকোষৰপৰা সকলো খৰচ দিয়া হয়। ১৮৩৫ সনত পুনৰ 'বৃটিঃশ ফৰেইন অফিছলৈ এইটো হস্তান্তৰ কৰা হয়, কিন্তু ১৮৫৯ সনলৈকে বছৰি ১২ হেজাৰ পাউণ্ড ইয়াৰ বাবে ভাৰত-বৰ্ষৰ পৰা আদায় কৰা হয়। ১৮৫৯ সনত এবছৰৰ বাবে ভাৰতবৰ্ষৰ হাতলৈ পুনৰ এইটো হস্তান্তৰিত কৰা হয়। এই সময়ত বছৰি ১৫ হেজাৰ পাউণ্ডৰ খৰচৰ ভিতৰত গ্ৰেট বৃটেনে মাথোন ৩ হেজাৰ পাউণ্ড দিয়ে। ১৮৬০ সনত 'বৃটিঃশ ফৰেইন অফিছে' পুনৰ ইয়াৰ ভাৰ হাতত লৈ ১৮৮০ সনলৈকে ভাৰতবৰ্ষৰ পৰা বছৰি ১২ হেজাৰ পাউণ্ডৰ বৰঙনি আদায় কৰাৰ দিহা কৰে। ১৮৮০ সনৰ পৰা এই বৰঙণি কমাই ১০ হেজাৰ কৰা হয়। এইদৰে ১৮৯০ সনলৈকে দিয়াৰ পাছত ৭ হেজাৰ পাউণ্ডলৈকে কমোৱা হয়। ( *Indian Expenditure Commission* ৪ৰ্থ খণ্ড পৃষ্ঠা ৯২ ) ১৮৯৯ সনত পাৰশ্য দেশত এই 'ডিপ্লো-মেটিক ছাৰ্ভিছৰ' বাবে ভাৰতবৰ্ষৰ খৰচ কমাব লাগে বুলি ৱেলবী কমিশ্যনে অনুমোদন কৰিছিল। সেই বাবে এই বৰঙনি কমাই আনি, ১৯০৫ সনত একেবাৰে উঠাই দিয়া হল।

( *Financial Developments in Modern India* by C. N. Vakil. পৃষ্ঠা ৩১৬ )

আমি কওঁ যে পাৰশ্যত মিশ্যন ৰক্ষা কৰাৰ বাবে ভাৰত-বৰ্ষই যিমানখিনি টকা ভৰিছে, সকলোখিনি টকা এতিয়া গ্ৰেট বৃটেনে পুনৰ ভাৰতবৰ্ষক ওলোটাই দিয়ক। ভাৰত-বৰ্ষৰ ওপৰত এই খৰচ জাপি দিয়াৰ যুক্তিযুক্ততা কোনেও বুজি নাপায়। ইয়াত এই মিশ্যন ৰক্ষা কৰাটো এটা সাম্ৰাজিক প্ৰশ্ন।

বোধ কৰো ভাৰতবৰ্ষৰ পাৰশুত স্বাৰ্থ আছে বুলি কাৰণ দৰ্শাই ভাৰতবৰ্ষৰ পৰা খৰচৰ দাবী কৰা হৈছিল। গ্ৰেট বৃটেন আৰু অন্যান্য উপনিবেশ আদিৰ স্বাৰ্থৰ বাহিৰে পাৰশ্য দেশত ভাৰতবৰ্ষৰ নো কি স্বকীয়া স্বাৰ্থ আছিল, সেই সম্পৰ্কে কতো উল্লেখ পোৱা নাযায়। ভাৰতবৰ্ষৰ এই খৰচ আৰু এনেবিধৰ অন্যান্য ব্যয় সম্পৰ্কে ৱেলবী কমিশ্যনে এইদৰে কৈছে :—

"আৰবৰ পৰা চীনলৈকে বহুতো দেশতে সাম্ৰাজিক কূট-নীতিৰ ফলত গুপ্তচৰ বিভাগ ৰাখি, আভ্যন্তৰীণ গুপ্ত কথাবিলাকৰ ভু-ভা লবলৈ বহুতো টকা ব্যয় কৰা হয়। ৰাষ্ট্ৰীয় নীতিৰ সমস্যা লৈ এইবিলাক বহুতো দেশৰে লগত ভাৰতবৰ্ষ জড়িত আছে তাত সন্দেহ নাই। কিন্তু এই কথাষাৰ স্বীকাৰ কৰিব লাগিব যে এইবিলাক অঞ্চলত এনেবিধৰ গুপ্তচৰ বিভাগ পৰিচালনাৰ খৰচ যোগাবলৈ ৰৰঙনিৰ বোজা জাপি দিয়াটো ভাৰতবৰ্ষৰ বাহিৰে বৃটেনৰ আন আন উপনিবেশ আৰু দখলত থকা ৰাজ্যবিলাকৰ কতো পোৱা নাযায়। আমেৰিকাৰ যুক্তৰাজ্যৰ লগত বৃটেনৰ ৰাজনৈতিক সম্পৰ্কৰ বিষয়ত কেনেডাৰ স্বাৰ্থ ভীষণভাৱে জড়িত আছে আৰু কেনেডাতেই যুক্তৰাজ্যৰ লগত বৃটেনৰ বহুতো গুৰুতৰ প্ৰশ্নৰ উৎপত্তি হয়। কিন্তু তথাপি ৱাশ্বিংটনত ৰাজদূতৰ অফিছ সম্পৰ্কীয় একো খৰচৰ বাবে কেনেডাই এতিয়ালৈকে এটা পইছাৰো ৰৰঙনি দিয়া নাই।" *Indian Expenditure Commission* ৪ৰ্থ খণ্ড, পৃষ্ঠা ৯১

ইয়াৰ বাবে মুঠতে কিমান ধন ভাৰতবৰ্ষই ভৰিবলগীয়া

হৈছিল, তাক টকাৰে নিৰূপণ কৰিব নোৱাৰি, কাৰণ বিনিময়ৰ পৰিবৰ্ত্তনশীল হাৰমতে সকলো বৰঙনি দিয়া হৈছে। আমাৰ হাতত যিবোৰ হিছাপ আছে, তাৰপৰা কব পাৰি যে মোটা-মুটিকৈ ন শ হেজাৰ পাউণ্ড ভাৰতবৰ্ষৰপৰা দিয়া হৈছে।

৩২। চীনত ৰাজদূত—ইষ্ট ইণ্ডিয়া কোম্পানীয়ে চীনৰ লগত বেহা-বেপাৰৰ একচেটীয়া স্বত্ব পোৱাত চীনদেশত কোম্পা-নীয়ে নিজৰ বাণিজ্যৰ স্বাৰ্থ লৈ চকু দিবলৈ চীন দেশৰ কেইবা ঠাইতো ৰাজদূতৰ অফিচ খুলিছে। ১৮৩৪ সনত কোম্পানীৰ চীনদেশত একচেটীয়া স্বত্বৰ অন্ত পৰে। তেতিয়া স্থিৰ হয় যে চীনদেশত বাণিজ্য বিভাগৰ বৃটিশ ছুপাৰিণ্টেণ্ডেণ্টবিলাকৰ অফিচৰ খৰচৰ বাবে ভাৰতবৰ্ষই এক তৃতীয়াংশ ভৰিব। এই-দৰে এনে বিধৰ খৰচৰ অংশ বছৰি ৪ হেজাৰ পাউণ্ড ভাৰতবৰ্ষৰ গাত পৰিল। চীনদেশত এনেবিধৰ ৰাজদূতসকলৰ অফিচবিলাক পৰিচালনা কৰাত যি খৰচ পৰিছিল, তাত ভাৰতবৰ্ষৰ মাত মাতি-বৰ একো অধিকাৰ নাছিল। এইবিলাক অফিচৰ খৰচ বছৰি বাঢ়িবলৈ ধৰিলে আৰু কোনো কোনো সময়ত বছৰি ২০ হেজাৰ পাউণ্ডলৈকে ভাৰতবৰ্ষই ভৰিবলগীয়া হল। ভাৰতবৰ্ষৰ ছেক্ৰে-টৰী অব ষ্টেটে এই গধুৰ বোজাৰ বিৰুদ্ধে আপত্তি কৰিছিল আৰু ভাৰতবৰ্ষই ১০ হেজাৰ পাউণ্ডতকৈ সৰহ দিব নোৱাৰে বুলিও কৈছিল। তেওঁৰ এইবোৰ প্ৰতিবাদ সত্বেও ১৮৭৬ সনলৈকে বছৰি ২০ হেজাৰ পাউণ্ড ভাৰতবৰ্ষৰপৰা আদায় কৰা হৈ আছিল। ১৮৭৬ সনৰপৰা ১৮৯০ সনলৈকে এইখিনি ব্যয় ১৫ হেজাৰ পাউণ্ড কমোৱা হল। ১৮৯০ সনত 'ইণ্ডিয়া অফিচে' নেৰানেপেৰাকৈ প্ৰতিবাদ কৰাত, এই বৰঙনিৰ সমস্যা

মীমাংসা কৰিবলৈ 'ফৰেইন অফিছ, কনফাৰেন্স'ক ভাৰ দিয়া হল আৰু কনফাৰেন্সে এই ৰৰঙনি ১২৫০০ পাউণ্ডলৈ কমালে। এইদৰে ১৮৩৫ সনৰপৰা ১৮৪৩ সনলৈকে বছৰি ৪৬০০ পাউণ্ড, ১৮৬৭ সনৰপৰা ১৮৭৬ সনলৈকে ২০ হেজাৰ পাউণ্ডতকৈও সৰহ, আৰু ১৮৭৬ সনৰ পৰা ১৮৯০ সনলৈকে বছৰি ১৫ হেজাৰ পাউণ্ড ভাৰতবৰ্ষৰপৰা আদায় কৰা হৈ আছিল। (১৮৪৪ সনৰ পৰা ১৮৬৬ সনলৈকে কিমান দিবলগীয়া হৈছিল, তাক নিৰূপণ কৰিবলৈ আমাৰ একো উপায় নাই।) ১৮৯০ সনৰ-পৰা ১৯০০ সনলৈকে বছৰি ১২৫০০ পাউণ্ড দিবলগীয়া হৈছিল। ১৯০১ সনত, ৱেলবী কমিশ্যনে ৰিপোৰ্ট দিয়াৰ পাছত ভাৰতবৰ্ষক এই খৰচৰ পৰা ৰেহাই দিয়া হয়।

চীনদেশত গ্ৰেট বৃটেইনৰ ৰাজদূতৰ অফিছৰ খৰচৰ অংশ কি নীতিমতে ভাৰতবৰ্ষই দিব লগীয়া হয়? চীনদেশত ভাৰতবৰ্ষৰ বাণিজ্যৰ স্বাৰ্থ আছে বুলি ধৰি লৈ এই ৰৰঙনি আদায় কৰা হৈছিল বুলি বুজা যায়। শুনা যায় যে চীন দেশৰ লগত গ্ৰেট বৃটেনৰ যি বাণিজ্য চলিছিল তাৰ এক চতুৰ্থাংশ হে ভাৰতবৰ্ষৰ; এই খৰচ বছৰি ৬০ হেজাৰ বুলি ধৰি ভাৰতবৰ্ষৰ অংশ ১৫ হেজাৰত পেলোৱা হৈছিল (*Indian Expenditure Commission, 1895*, ১ম খণ্ড, পৃষ্ঠা ৪৮১) আৰু এইটো ন্যায়সঙ্গত হিছাপ বুলি দাবী কৰা হৈছিল। যদি এই নীতিমতে ভাৰতবৰ্ষৰ গাতে এই খৰচ জাপি দিয়া হয়, তেন্তে, কেপকলনী, অষ্ট্ৰেলিয়া, য়ুৰোপ আৰু আমেৰিকাৰ যিবিলাক ঠাইৰ লগত ভাৰতবৰ্ষৰ বাণিজ্য আছিল, সকলো ঠাইৰে ৰাজদূতসকলৰ অফিছৰ খৰচৰ অংশ ভাৰতবৰ্ষই

লব লাগিছিল আৰু আনফালে বৃটিশ উপনিবেশবিলাকৰ পৰাও চীনদেশৰ লগত বাণিজ্যৰ অনুপাতে চীন দেশৰ এই খৰচৰ অংশ লব লাগিছিল। এইটো স্পষ্ট, যে যি নীতিমতে ভাৰতবৰ্ষৰ কান্ধত এই বৰঙনিৰ বোজা জাপি দিয়া হৈছে, সেই নীতি ন্যায়সঙ্গত আৰু উচিত বুলি কেতিয়াও সমৰ্থন কৰিব নোৱাৰি। ভাৰতবৰ্ষৰ পৰা এই বৰঙনি আদায় কৰা হৈছিল, কাৰণ মিঃ ফছেটৰ ভাষাত কবলৈ গলে "আমি ভাৰতবৰ্ষক দিবলৈ বাধ্য কৰিব পাৰো, আৰু ভাৰতবৰ্ষৰ প্ৰতিৰোধ কৰিবৰ একো শক্তি নাই।" ( *East India Finance Committee's Report, 1871*, ২য় খণ্ড, পৃষ্ঠা ৪১ )

এনে অৱস্থাত ১৮৩৪ সনৰ পৰা ১৯০১ সনলৈকে যিখিনি টকা ভাৰতবৰ্ষৰ পৰা ইয়াৰ বাবে আদায় কৰিছিল, সেইখিনি ভাৰতবৰ্ষক পুনৰায় ওলোটাই দিয়াটো ন্যায়সঙ্গত হব মাথোন। মোটামুটিকৈ এই টকাৰ হিচাপ কৰিলে এইখিনি ১০ লাখ পাউণ্ডতকৈ কম নহয়।

৩৩। জাঞ্জীবাৰ আৰু মৰিছাছ 'কেবল'—ইষ্টাৰ্ণ টেলিগ্ৰাফ কোম্পানীয়ে সাগৰত টেলিগ্ৰাফৰ তাঁৰ পেলাওতে ২ শ হেজাৰ পাউণ্ড বৃত্তি ভাৰতবৰ্ষৰ ৰাজকোষৰ পৰা পাইছিল। বহুতো ৰাজনৈতিক কাৰণত এই তাঁৰৰ নতুন লাইন পেলোৱা হৈছিল। এইদৰে সাগৰত তাঁৰ পেলোৱাৰ ফলত মৰিছাছ আৰু ছিকেলিছ বোলা ঠাই দুখনক পৃথিবীব্যাপী আন টেলিগ্ৰাফ লাইনৰ লগ লগাই দিয়া হল। "ইয়াৰে ইংলণ্ডৰ লগত ভাৰতবৰ্ষৰ নতুনকৈ টেলিগ্ৰাফৰ লাইনৰ সম্বন্ধ পতাৰ সুবিধা হোৱা নাছিল; এডেন আৰু আফ্ৰিকাৰ পুব আৰু পশ্চিম দাঁতিয়েদি

টেলিগ্রাফৰ লাইন নি ইংলণ্ডৰ লগত ভাৰতবৰ্ষৰ পূৰ্ব্বতে সম্বন্ধ স্থাপিত হৈছিল।" সাম্রাজ্যিক, ঔপনিবেশিক আৰু ভাৰত গৱৰ্ণমেণ্টৰ সকলো বাতৰি "ইষ্টাৰ্ণ টেলিগ্রাফ কোম্পানী"ৰ জৰীয়তে দিলে একেটা স্থায়ী নিৰিখমতে দিবলগীয়া হৈছিল। টেলিগ্রাফৰ নিৰিখৰ ফালৰ পৰাও এই নতুন লাইনৰ বাবে ভাৰতবৰ্ষই বিশেষ একো সুবিধা পোৱা নাছিল। তথাপি ১৮৯৩ সনৰ পৰা ২০ বছৰলৈকে, বছৰি ২৮ হেজাৰ পাউণ্ডৰ বৃত্তিৰ অংশস্বৰূপে ১০ হেজাৰ পাউণ্ড ভাৰতবৰ্ষৰ পৰা লোৱা হৈছিল। গ্রেট বৃটেনে ১০ হেজাৰ, মৰিছাছে ৭ হেজাৰ, ছিকেলিছে ১ হেজাৰ বছৰি দিবলগীয়া হৈছিল। ( *Indian Expenditure Commission, 1895* )

এই বৰঙনি কেতিয়াও ন্যায়সঙ্গত হোৱা নাছিল। এই বিষয়ে ৱেলবী কমিশ্যনৰ সমুখত মেমোৰেণ্ডাম দিওতে মিঃ ষ্টিফেন জেকবে বুজাই দেখুৱাইছিল যে মিঃ ফছেটে ব্যাখ্যা কৰা নীতিমতেহে -( যিটো পূৰ্ব্বতে উল্লেখ কৰা হৈছে ) ভাৰত-বৰ্ষক এই বৰঙনি দিবলৈ বাধ্য কৰা হৈছিল। এইখিনি টকা ন্যায়মতে গ্রেট বৃটেনৰ পৰা ওলোটাই পোৱা উচিত।

৩৪। লোহিত সাগৰৰ টেলিগ্রাফ—১৮৫৮ সনত লোহিত সাগৰ টেলিগ্রাফ কোম্পানী গঠিত হয়। শতকৰা ৪॥ হাৰে লাভ নহলে কম পৰা টকা, ভাৰতবৰ্ষৰ ৰাজকোষৰ পৰা পূৰাই দিয়া হব বুলি এই কোম্পানী গঠন কৰোতে 'গেৰেণ্টি' দিয়া হৈছিল। সকৌন্সিল ছেক্রেটৰী অব ষ্টেটৰ সম্মতিক্রমে ৰাজস্ব আৰু অৰ্থ-বিভাগৰ পৰা এই 'গেৰেণ্টি' দিয়া হৈছিল বুলি শুনিবলৈ পোৱা যায়। কোম্পানীয়ে এদিন কি কেইদিনমানলৈ

বাতৰি চলাচল কৰাৰ পাছতেই তৎক্ষণাতেই লাইন ছিগিল।

*( Indian Expenditure Commission 1895,*

১ম খণ্ড, পৃষ্ঠা ৪৭৬ )

"১৮৬১ সনত টেলিগ্ৰাফৰ লাইন যে কাৰ্য্যকৰী অৱস্থাত থাকিব লাগিব এনে সৰ্ত্ত গেৰেণ্টিত নাছিল বুলি এখন আইন পেছ কৰাই লোৱা হল। এই লাইনেৰে বাতৰিৰ চলাচল কৰিব নোৱৰা বাবে কোম্পানীৰ সকলো সম্পত্তি ১৮৬২ সনত এখন নতুন আইন কৰি, নতুন আন এটা কোম্পানীক দিয়া হল আৰু পূৰ্ব্বৰ কোম্পানীক দিয়া গেৰেণ্টি শুধৰাই এতিয়া ৪৬ বছৰলৈকে বছৰি ৩৬ হেজাৰ পাউণ্ডৰ বৃত্তি দিয়াটো স্থিৰ হল। ইয়াৰ উপৰিও, ১৯০৮ সনৰ ৪ আগষ্ট তাৰিখলৈকে যি খৰচ হৈছিল, তাৰ আধাখিনি ভৰিবলৈ বছৰি ১৮০২৭ পাউণ্ড ভাৰতবৰ্ষৰপৰা বৃটিশ ৰাজকোষলৈ দিয়াটো স্থিৰ হল।"

*Indian Expenditure Commission, 1895,*

২য় খণ্ড, পৃষ্ঠা ৩৭০

নিজে যিটো কামৰ বাবে দায়ী নাছিল, আৰু যিটো কামৰ পৰা একো উপকাৰ পোৱা নহল, তাৰ বাবে এইদৰে ৮২৯০০০ পাউণ্ড ভাৰতবৰ্ষক দিবলৈ বাধ্য কৰা হল। এই গোটেইখিনি টকা পুনৰ ওলোটাই পাবলৈ ন্যায়সঙ্গতভাবে ভাৰতবৰ্ষৰ স্বত্ব আছে। শতকৰা ৪ হাৰে২২ বছৰৰ সুদ ধৰিলে এইখিনি দাবী প্ৰায় ১৫ লাখ পাউণ্ড হয়।

৩৫। ধৰ্ম্ম সংক্ৰান্তব্যয়—ধৰ্ম্মসংক্ৰান্তব্যয় বুলি হিছাপত ভালেখিনি টকাৰ ব্যয় হয়, আমি তালৈকেও মন দিবলৈ কও।

যোৱা ৩৫ বছৰৰ ভিতৰত কেৱল এই বিভাগেই ভাৰতীয় কৰ দাতাৰ ৭০ লাখ পাউণ্ড খৰচ কৰিছে। এই ব্যয় ভাৰতীয় ৰাজকোষত জাপিব নালাগিছিল।

৩৬। ব্ৰহ্মদেশ—১৮৮৭ সনৰ পৰা ১৯০৭ সনলৈকে ব্ৰহ্ম-দেশ শাসন কৰোতে বছৰি যি টকাৰ নাটনি পৰিছিল, ভাৰত-বৰ্ষই সেই টকাৰো দাবী কৰিব পাৰে। এইদৰে মুঠতে প্ৰায় ১৫ কোটী টকাৰ নাটনি পৰিছিল, ১৯০৭ সনত হে ব্যয় অনুপাতে আয় হবলৈ ধৰিছে। এই নাটনি পৰা ১৫ কোটী টকা ভাৰতবৰ্ষৰ পৰা দিয়া হৈছিল। ইয়াৰ উপৰিও ব্ৰহ্মদেশত ৰেলৰ লাইন খুলি দেশত বেহা-বেপাৰৰ সুবিধা বঢ়াই—অৰ্থাৎ দেশখনৰ অৰ্থ নৈতিক উন্নতিৰ বাবেও ভাৰতবৰ্ষৰ ভালেখিনি ধন খৰচ কৰা হৈছে। ৰেলৱেত লগোৱা মূলধনৰ সুদ সমেত এইখিনি ২২ কোটী টকা হয়। এই টকাও ভাৰতবৰ্ষই ন্যায়সঙ্গতভাৱে দাবী কৰিব পাৰে। দেশখন দখল কৰা দিনৰে পৰা এতিয়া-লৈকে দেশ ৰক্ষা কৰা বাবে সামৰিক ব্যয় যি হৈছিল তাৰো এটা অংশ ওলোটাই পাবলৈ ভাৰতবৰ্ষই যুক্তিসঙ্গতভাৱে দাবী কৰিব পাৰে। ইয়াৰ হিছাপ প্ৰাদেশিক বাজেটত সুমুৱা হোৱা নাছিল। বছৰি গড়ে এক কোটী টকা ধৰিলে এইখিনি ৪৫ কোটী টকা হৈছিল বুলি ধাৰ্য্য কৰিব পাৰি। ব্ৰহ্মদেশৰ বাবে এইদৰে মুঠতে ৮২ কোটী টকা আমি দাবী কৰিছো।

৩৭। দুৰ্ভিক্ষৰ ব্যয়—ভাৰতবৰ্ষত সময়ে সময়ে বৰষুণৰ অভাৱ হৈ, নাইবা সকলো ঠাইতে সমানে বৰষুণ নোহোৱাৰ ফলত শস্য নষ্ট হৈ ৰায়তৰ দুৰৱস্থা হয়। ইয়াৰ ফলত দেশত দুৰ্ভিক্ষ আদি উপস্থিত হয়। এনেবিধৰ দুৰ্ভিক্ষাদিৰ

সময়ত কোটি কোটি প্ৰজাই যেতিয়া খাবলৈ নাপাই হাহাকাৰ কৰি ফুৰে, তেতিয়া এইসকল প্ৰজাৰ বিপদ গুচাবলৈ দেশৰ ৰাজহ অতিপাতকৈ খৰচ কৰিব লগীয়া হয়। তাহানি দুৰ্ভিক্ষ হলে কি উপায় লৈ কেনেকৈ বায়তৰ দুখ গুচাব পাৰি, সেই সম্পৰ্কে এটা সুবন্দবস্ত স্থিৰ হোৱাৰ পূৰ্ব্বতে, ভাৰত গৱৰ্ণমেণ্টে এনে বিধৰ অবস্থাত ছৰকাৰী ৰাজহেৰে যোৱাৰ নোৱাৰি অতিপাতকৈ ঋণ কৰিব লগীয়া হৈছিল। কাৰণ তেওঁলোকৰ ৰাজহ-ভঁৰাল স্বভাৱতে এনেবিধৰ আকস্মিক বিপদত খৰচ বহন কৰিবলৈ অপাৰগ আছিল। ১৮৭০ সনৰপৰা ১৮৮০ সনলৈকে এই ১০ বছৰ দুৰ্ভিক্ষৰ বাবে ভাৰত গৱৰ্ণমেণ্টৰ ১৪,৬০৭,০০০ পাউণ্ড খৰচ হোৱা বুলি নিৰ্দ্ধাৰিত হৈছিল। কিন্তু ১৮৯৬-৯৭ সনৰ একে বছৰতেই ১০।০ কোটি আৰু ১৮৯৯—১৯০০ সনৰ এবছৰত ১৭.০৮ কোটি টকা খৰচ হল। অৱশ্যে ভাৰতবাসীৰ দুখ-দুৰ্দ্দশা মোচন কৰিবলৈ বুলি এই ধাৰ লগা বাবে এইখিনি ধাৰ ভাৰতবৰ্ষৰ ৰাজহৰপৰা পৰিশোধ কৰিবলৈ গাত লব পাৰি। এই বিষয়ে আলোচনা কৰি থাকোঁতেই এটা কথা উন্নুকিয়াব লগীয়া হল যে ১৮৭৯ সনৰ দুৰ্ভিক্ষত বিপন্ন লোকসকলক সহায় কৰাত অতিপাতকৈ খৰচ কৰি গৱৰ্ণমেণ্টে অভিজ্ঞতা লাভ কৰিলে। সেই কাৰণে ১৮৭৯ সনৰ পৰাহে সুকীয়াকৈ অতিৰিক্ত কৰ বহুৱা তেওঁলোকে স্থিৰ কৰিলে। ইয়াৰ পৰা বছৰি ১০ লাখ পাউণ্ড পোৱা বুলি নিৰ্দ্ধাৰিত হয়। দুৰ্ভিক্ষ নিবাৰণ কৰিবলৈ এটা সুকীয়া ইন্‌সিওৰেন্স ফণ্ডৰ সৃষ্টি কৰাই এই কৰৰ উদ্দেশ্য আছিল। এই ফণ্ড এইদৰে ব্যৱহাৰ কৰা হৈছিল:—

(১) দুৰ্ভিক্ষৰ সময়ত দুৰ্ভিক্ষত বিপন্ন লোকসকলক সহায়

কৰা (২) পানী যোগাবলৈ খাল খানি, নাইবা ৰেলৰে তৈয়াৰী কৰি, আৰু (৩) যি বছৰ দুৰ্ভিক্ষ নহয়, তেতিয়া যাতে ধাৰ নহয় নাইবা পূৰ্ব্বৰ ধাৰ পৰিশোধ হয়, যাতে দুৰ্ভিক্ষ হোৱাৰ বছৰ গৱৰ্ণমেণ্টৰ আৰ্থিক অৱস্থা টনকিয়াল থকাত টকাৰ বজাৰত চৰকাৰ সকলোৰে বিশ্বাসভাজন থাকে আৰু দুৰ্ভিক্ষৰ বাবে সৰহ সুদত ধাৰ কৰিব লগীয়া হোৱাৰ পৰা ৰক্ষা পৰে।

যিয়েই হওক, কালক্ৰমে দুৰ্ভিক্ষ নোহোৱা বছৰবিলাকত ওপৰত কোৱা উদ্দেশ্যবিলাকৰ বাহিৰেও গৱৰ্ণমেণ্টে আন কামত এই ফণ্ডৰ টকা প্ৰায়েই খৰচ কৰিবলৈ ধৰিলে। ইয়াৰ ফলত, যেতিয়া ১৮৯৬-৯৭ সন আৰু ১৮৯৯-১৯০০ সনৰ দৰে ভয়ানক দুৰ্ভিক্ষই দেখা দিলেহি, তেতিয়া গৱৰ্ণমেণ্টৰ হাতত প্ৰয়োজনীয় যথেষ্ট ৰিজাৰ্ভ নাথাকিল। আৰু সেই বাবে দুৰ্ভিক্ষত সহায় কৰিবলৈ আকৌ নতুনকৈ ভালেখিনি টকা ধাৰ কৰিব লগীয়া হল। এই ফণ্ডত থকা ধনৰ নিয়মমতে ব্যৱহাৰ হোৱা হলে, এই ধাৰ নালাগিলহেতেন। এনেবিধৰ ধাৰৰ যিয়েই উদ্দেশ্য নহওক, আৰু ইয়াৰ পৰিমাণ যিয়েই নহওক এই ধাৰৰ দায়িত্ব লবলৈ ভাৰতবৰ্ষই আপত্তি কৰিব নোৱাৰে।

৩৮। বিনিময়ৰ নিৰিখত হোৱা ক্ষতি—ভাৰতীয় মুদ্ৰা ৰূপৰ টকাক ষ্টাৰ্লিঙৰ নিৰিখত বিনিময় কৰা বাবে চৰকাৰৰ অৰ্থনৈতিক বেমেজালি ঘটিছিল আৰু এই কাৰণে বহুত লোকচানো তেওঁলোকে ভৰিব লগীয়া হৈছিল। বহুতো ক্ষেত্ৰত এই ক্ষতিৰ পৰিমাণ নিৰ্ণয় কৰা টান। ভাৰত গৱৰ্ণমেণ্টৰ বিনিময় নীতিৰ সমালোচনামূলক আলোচনা কৰা আমাৰ

অভিপ্ৰায় নহয়, কিন্তু আজি কিছুদিনৰ পৰা যি কৃত্ৰিম নিৰিখৰ ফলত ক্ষতি হবলৈ ধৰিছে, তাত আনকি ভাৰত গৱৰ্ণমেণ্টেও এনে নীতিৰ বিষময় ফল বুজিব পাৰিছে। ইয়াৰ বাবে ভাৰতবৰ্ষৰ ওপৰত আছলতে যি ক্ষতিৰ বোজা পৰিছিল, তাৰ লগত সম্পৰ্ক থকা এটা দৃষ্টান্তৰ আলোচনা কৰা যাওক। ভাৰত গৱৰ্ণমেণ্টৰ বিনিময় নীতিৰ বাবে বাস্তৱিক যথেষ্ট ক্ষতি হৈ ভাৰতবৰ্ষৰ ঋণৰ মাত্ৰা বহুতো বঢ়ালে। ভাৰতবৰ্ষ আৰু ইংলণ্ডত বিভিন্ন মুদ্ৰানীতি প্ৰচলিত আছিল আৰু 'হোম চাৰ্জৰ বাবে ভালেখিনি ধন বছৰি ভাৰতে ইংলণ্ডক দিব লগীয়া হৈছিল, সেই কাৰণে ষ্টাৰ্লিঙৰে সৈতে ৰূপৰ টকাৰ বিনিময় নীতিৰ আৱশ্যক হৈছিল'। ভাৰতবৰ্ষত ৰাজহ আদায় হৈছিল ৰূপৰ টকাত, অথচ 'হোম চাৰ্জ'ৰ খৰচৰ বাবে ষ্টাৰ্লিঙত দিব লগীয়া হৈছিল। আৰু যেতিয়ালৈকে অৰ্থনৈতিক হিচাপে এই বিনিময় স্থিৰ আছিল, তেতিয়ালৈকে সলনিত একো বেমেজালি নাইবা বিশেষ ক্ষতি হোৱা নাছিল। ১৮৭৩ সনৰ পৰা সোণৰ অনুপাতে ৰূপৰ টকাৰ দাম লাহে লাহে কমিবলৈ ধৰিলে আৰু ভাৰত গৱৰ্ণমেণ্টেও দেনা ষ্টাৰ্লিঙৰে শোধ কৰিব লগীয়া হোৱাত ৰাজহ বঢ়াবলৈ বাধ্য হল। হেৰ্লৰী কমিশ্যনে আঙুলিয়াই দিয়ামতে বিদেশীৰ মুদ্ৰানীতিৰে এনে বিধৰ দেনা শোধ কৰিবলৈ এৰি দিয়া হলে জ্ঞানীৰ কাম হলহেতেন। কিন্তু তাকে নকৰি ভাৰত গৱৰ্ণমেণ্টে ষ্টাৰ্লিঙৰ অনুপাতে ৰূপৰ টকাৰ মূল্য নিৰ্দ্দিষ্ট কৰিলে। ১৮৯৩ সনৰ পূৰ্ব্বতে জনসাধাৰণে ৰূপ নি টকাশালবিলাকত নিজৰ আৱশ্যকমতে টকা সাঁচত মাৰিব পাৰিছিল; কিন্তু ১৮৯৩ সনত

এইদৰে জনসাধাৰণে আৱশ্যক মতে টকা সাঁচত মাৰিব পৰাটো বন্ধ কৰা হল। এই কৃত্রিম উপায় লোৱাত ৰূপৰ টকা সংখ্যাত কমিল। ইয়াৰ ফলত গৱৰ্ণমেণ্টে ষ্টাৰ্লিঙৰ মূল্যৰ অনুপাতে টকাৰ মূল্য স্থিৰ কৰা নীতি লবলৈ বাধ্য হল। ইফালে টকাশালবিলাক এই দৰে জনসাধাৰণৰ কাৰণে বন্ধ হোৱাত ৰূপৰ টকাৰ মূল্যও বাঢ়িল আৰু গৱৰ্ণমেণ্টেও ১৬ পেন্সত টকাৰ মূল্য নিৰ্দ্দিষ্ট কৰিলে। ভাৰতবৰ্ষত স্বৰ্ণমান মুদ্রানীতি প্রচলন কৰিবৰ পূৰ্ব্বতে ভূমিকাস্বৰূপে ১৮৯৯ সনত গৱৰ্ণমেণ্ট কিছুমান উপায় অৱলম্বন কৰিছিল। ইয়াৰ পাছৰ ১৬।১৭ বছৰ ষ্টাৰ্লিঙৰ মূল্য গৱৰ্ণমেণ্টে নিৰ্দ্দিষ্ট কৰা মতে ১৬ পেন্সতে ৰখা হল। ইতিমধ্যে আংগ্ল স্বৰ্ণমান মুদ্রানীতি প্রতিষ্ঠা কৰাৰ অভিপ্রায় এৰি দিলে। ইফালে টকাৰ মূল্য টকাত থকা ৰূপৰ মূল্যতকৈ বেছি হোৱাৰ বাবে, টকাশালত টকা সাঁচত মাৰোতে গৱৰ্ণমেণ্টৰ লাভ হবলৈ ধৰিলে; আৰু এইদৰে হোৱা লাভৰ ধনেৰে 'গোল্ড ষ্টেণ্ডাৰ্ড ৰিজাৰ্ভ' নাম দি লণ্ডনত এটা 'ফণ্ড' খুলিলে। প্রায় ৪ কোটী পাউণ্ড লণ্ডনত কোম্পানীৰ কাকতত ( securities ) খটাই এই ফণ্ডত মজুত ৰখা হল।

এইখিনিতে আৰু এটা কথা উনুকিয়াই থব লগীয়া হল যে সেই একেবিলাক কাৰণতে অর্থাৎ টকা সাঁচত মাৰোতে টকাটোৰে প্রতি ।।৶০ৰ ৰূপ কাটি নি লণ্ডনলৈ পঠোৱা বাবে, জনসাধাৰণে টকা সাঁচত মাৰিবলৈ টকাশালবিলাক বন্ধ কৰা বাবে, আৰু টকাৰ বিনিময় মূল্য ১৬ পেন্সত নিৰ্দ্দিষ্ট কৰা বাবে ভাৰতবৰ্ষত গৱৰ্ণমেণ্টে যি ৰূপ মজুত ৰাখিছিল, সিও

বহুতো কমিল ; ইয়াৰ বাবে গবৰ্ণমেণ্টৰো ক্ষতি হল আৰু লগে লগে ভাৰতৰ বাণিজ্যৰো অশেষ ক্ষতি হল। ইফালে বিনিময়-হাৰত টকাৰ মূল্য কমাত ভাৰত গৱৰ্ণমেণ্টে অভাৰতীয় কৰ্ম্ম-চাৰীসকলক দৰমহা দিওতে কম পৰাৰ জোখাই অতিৰিক্ত টকা দিবলৈ ধৰিলে। বিনিময়-হাৰৰ বাবে ক্ষতি হব লগীয়া ক্ষতিপূৰণ কৰিবলৈ অতিৰিক্ত ধন দিয়াটো কেতিয়াও যুক্তিসঙ্গত আৰু ন্যায়সঙ্গত হব নোৱাৰে। কাৰণ ভাৰত গবৰ্ণমেণ্টে তেওঁলোকক কৰ্ম্মচাৰী নিযুক্ত কৰোতে টকাৰে দৰমহা দিয়াৰ বন্দবস্ত কৰিছিল আৰু সেই কাৰণে এতিয়া ষ্টাৰ্লিঙৰে নিদি টকাৰেই দিবলৈ বাধ্য। এইদৰে অতিৰিক্ত ধন দিয়াত গড়ে বছৰি ১৫ লাখ টকা খৰচ হল আৰু অভাৰতীয় কৰ্ম্মচাৰীৰ সংখ্যা বছৰি বছৰি যিদৰে বঢ়োৱা হৈছিল, সেই বৃদ্ধি লেখত নোলোৱাকৈও পূৰ্ব্বৰে পৰা কামত বাহাল থকা অভাৰতীয় কৰ্ম্মচাৰীসকলৰ ছুটী আৰু পেন্সনৰ 'এলাৱেন্স' আদি সকলো লৈ ৩৫ বছৰত ৫ কোটি টকাতকৈও সৰহ হব।

৩৯। ওলোটা হুণ্ডীৰ (Reverse Council) বাবে ক্ষতি—কিন্তু ১৯২০।২১ সনত যিবোৰ কাম গৱৰ্ণমেণ্টে কৰিছিল, সেইবোৰ বৰকৈ লক্ষ্য কৰিবলগীয়া—আৰু সেইবোৰলৈ চালে বৰ দুখ পোৱা যায়। বিনিময়ৰ যি হাৰ পূৰ্ব্বতে নিৰ্দ্দিষ্ট কৰি দিয়া আছিল, সেই হাৰ ৰক্ষা কৰিবৰ আশাত ভাৰত-গবৰ্ণমেণ্টে লণ্ডনত ছেক্রেটৰী অৱ ষ্টেটক যি ওলোটা হুণ্ডী বেচিছিল (Reverse Council Bill) * তাৰ বাবে ধন যোগা-

* বিভাৰ্ছ কাউন্সিল বিল, কাউন্সিল বিল ইত্যাদি—ভাৰত-সচিব আৰু ভাৰত গবৰ্ণমেণ্টৰ লগত কেইবা কোটী টকাৰ

বলৈ ভাৰত গৱৰ্ণমেণ্টৰ ২০০ লাখ টকাৰ ঋণ-কাকত ছেক্রেটৰী অৱ ষ্টেটে বেচিবলৈ বাধ্য হল। ৰূপৰ টকাৰ বিনিময় হাৰ ১৬ পেন্স থাকোতে ভাৰতীয় ফণ্ডৰ পৰা এইবিলাক ঋণ-কাকত কিনা হৈছিল। এইবোৰকে আকৌ টকাৰ বিনিময়-হাৰ ৩৫ পেন্স থাকোতে বেচি দিয়া হৈছিল। ইয়াৰ বাবে ১৯২০-২১ সনত গৱৰ্ণমেণ্টে সেই বছৰৰ কাৰণে বিলাতলৈ ধন পঠোৱাৰ খৰচৰ বাবে ক্ষতিৰ উপৰিও ২৩॥ কোটী টকা ক্ষতি হোৱা বুলি বাজেটত দেখুৱাইছিল। বিনিময়ৰ নতুন

---

লেন-দেন হয়। বিশেষকৈ ইংলণ্ডত ভাৰত গৱৰ্ণমেণ্টৰ নামত খৰচ কৰিবলগীয়া টকাখিনি—যেনে 'হোম চাৰ্জ্জ', ভাৰত-সচিবলৈ ভাৰত গৱৰ্ণমেণ্টে পঠাব লাগে। • ভাৰত গৱৰ্ণমেণ্টে ধাৰ কৰি অনা বা আন কোনো কাৰণে পাবলগীয়া টকা ইংলণ্ডৰ পৰা আনিব লগা হয়। এই টকাখিনি জাহাজেৰে পঠাওতে সময় আৰু অৰ্থ দুয়োটাৰে খৰচ হয়। সেই কাৰণে গৱৰ্ণমেণ্টে বেছি টকা খৰচ নোহোৱাকৈ টকা অনা-নিয়াৰ দিহা কৰি লৈছে। ভাৰত-সচিবে যিখিনি টকা ভাৰত গৱৰ্ণ-মেণ্টৰপৰা পাব লাগে ঠিক সিমান মূল্যৰ 'বিল অৱ এক্সচেঞ্জ' বা এক প্ৰকাৰ হুণ্ডী তৈয়াৰ কৰি লণ্ডনৰ বজাৰত বেচে। এই বিলবোৰ এক প্ৰকাৰৰ আদেশ-পত্ৰ, ইয়াত সকৌন্সিল ভাৰত-সচিবে ছহী কৰে আৰু বিল পোৱা মাত্ৰেই বা কোনো এটা নিৰ্দ্দিষ্ট দিনত বিলৰ মূল্যখিনি বিলবাহকক দিবৰ নিমিত্তে ভাৰত গৱৰ্ণমেণ্টৰ নিৰ্দ্দেশ থাকে। ভাৰত-সচিবে সকৌ-ন্সিলৰ ক্ষমতাৰে ছহী কৰে বুলিয়েই এইবোৰক 'কাউন্সিল বিল' বোলা হয়। আমদানীকাৰী ইংৰাজ সদাগৰসকলে ভাৰতৰপৰা নিয়া বস্তুৰ দামত মাৰি এই 'বিল'বিলাক কিনি ভাৰতলৈ পঠাই দিয়ে। ইফালে ভাৰতৰ সদাগৰসকলে নাইবা তেওঁলোকৰ বেঙ্কবিলাকে গৱৰ্ণমেণ্টক 'কাউন্সিল বিল' দেখুৱাই টকা দাবী

হাৰ নিৰ্দ্দিষ্ট হোৱাত পেপাৰ কাৰেন্সী ৰিজাৰ্ভত থকা এইবোৰ ঋণ-কাকতৰ মূল্যৰ যি ক্ষতি হল আৰু এইবিলাকৰ আনুষঙ্গিক আন বহুতো হিচাপৰ বাবে পাছত যি ক্ষতি হৈছিল, টকাৰে হিচাপ লোৱা টান। ১৯২০-২১ সনত আৰু তাৰ পাছৰপৰা যিবোৰ হিচাপ পোৱা যায়, সেইবোৰ চাই মুঠতে ৩৫ কোটী টকা ক্ষতি হৈছিল বুলিব পাৰি। তাৰ পাছত ২।৩ বছৰলৈকে বিনিময়ৰ বাবে ভাৰত গৱৰ্ণমেণ্টৰ প্ৰায় ৮ কোটী টকা ক্ষতি হৈছিল।

কৰা মাত্ৰে তাৰ মূল্য পায়। গতিকে একেখন কাগজৰ বলতে দুজন মানুহে পাব আৰু দিবলগীয়া ধন বিনা খৰচত লনা-দিয়া কৰা হয়।

ভাৰত গৱৰ্ণমেণ্টেও তেওঁলোকৰ পাবলগীয়া ধনৰ জোখাৰে ভাৰতৰ আমদানীকাৰী সদাগৰসকলক ঠিক পূৰ্ব্বোক্ত ধৰণেৰে ভাৰত-সচিবৰ ওপৰত অৰ্থাৎ তেওঁক বিলৰ মূল্য দি 'বিল' কিনি লবলৈ নিৰ্দ্দেশ কৰি 'বিল' বেচে। এই 'বিল' 'কাউন্সিল বিল'ৰ বিপৰীত, গতিকে ইয়াক 'ৰিভাৰ্ছ কাউন্সিল বিল' বোলা হয়।

এই দুয়ো প্ৰকাৰ 'বিল' ভাৰত গৱৰ্ণমেণ্টে আৰু ভাৰত-সচিবে এটা নিৰ্দ্দিষ্ট বিনিময়ৰ হাৰত বেচে। ৰূপৰ টকা আৰু সোণৰ পাউণ্ডৰ ভিতৰত বিনিময় মূল্য ঠিক ৰাখিবৰ কাৰণে সময়ে সময়ে দুয়ো প্ৰকাৰৰ 'বিল'কে আৱশ্যকৰ অতি-ৰিক্তৰূপে বিক্ৰী কৰা হয়। গতিকে বৰ্ত্তমান গৱৰ্ণমেণ্টৰ মুদ্ৰা নীতিৰ এই 'বিল'বিলাক এটা প্ৰধান অঙ্গ।—অনুবাদক

# ৪র্থ ভাগ

## বৃটিঃশ শাসনৰ তলত উৎপাদনশীল ঋণ

৪০। উৎপাদনশীল ঋণ—ভাৰত গৱৰ্ণমেণ্টৰ এনেবিধৰ উৎপাদনশীল ঋণৰ ভিতৰত যাইবিলাক এইবোৰ কাৰণে হৈছিল—

(১) ৰেলৱে তৈয়াৰী কৰা আৰু পৰিচালনা কৰা বাবে নাইবা যিবোৰ কোম্পানীয়ে পোন-প্ৰথমে ৰেলৱে তৈয়াৰী কৰিছিল, সেইবিলাকৰ পৰা কিনি লোৱা বাবে ছৰকাৰৰ ঋণ নাইবা আন বিধৰ দায়িত্ব। ১৯২৯-৩০ চনত ইয়াৰ হিছাপ দেখুৱা হৈছিল ৭৩৬.৯৩ কোটী টকা; ইয়াৰ উপৰিও ৩৩.২০ কোটী টকাৰ মূলধনৰ দায়িত্ব গেৰেণ্টি দিয়া কোম্পানী-বিলাকৰ বাবদ গৱৰ্ণমেণ্টে লবলগীয়া হৈছিল; গৱৰ্ণমেণ্টে ৰেলৱে লাইন পৰিচালনাৰ ভাৰ নিজৰ হাতলৈ অনাৰ পাছত, এনে বিধৰ কেইবাটাও লাইন পৰিচালনাৰ বাবে পুনৰ 'লীজ'ৰ (পট্টা) বন্দবস্তত এই কোম্পানীবিলাকক দিছে। অৱশ্যে ওপৰত দিয়া হিছাপৰ ভিতৰত নৰ্থ ৱেষ্টাৰ্ণ ৰেলৱে লাইনৰ বাবে ১৪৬.৪৬৭ কোটী টকাৰ যি ঋণ হৈছিল, তাকো ধৰা হৈছে। এই ৰেলৱে লাইন কেৱল সামৰিক সুবিধাৰ নিমিত্তে খোলা হৈছিল, আৰু এতিয়াও ইয়াৰ এডোখৰ এনে বিধৰ বুলি গৱৰ্ণমেণ্টে স্বীকাৰ কৰিছেই। এইখিনিৰ বাবে ৩১.৩৮৭ কোটী টকা ধাৰ লাগিছিল, তাকো হিছাপত 'দেখুৱা হৈছে।

(২) বায়তৰ পথাৰলৈ পানী আনিবলৈ খনা খালৰ বাবে ১৯২৮-২৯ সনলৈকে হিচাপত ১২৩.০২ কোটী টকা দেখুৱা হৈছিল।

(৩) খবৰ-বাতৰি চলাচলৰ সুবিধাৰ অৰ্থে খোলা আনু-ষঙ্গিক সকলো ব্যৱস্থা সমেত পোষ্ট অফিছৰ দৰে চৰকাৰৰ বাণিজ্যমূলক বিভাগবোৰৰ বাবে ১৯২৯-৩০ সনলৈকে মুঠতে ২৩.০৫ কোটী টকাৰ ধাৰ লাগিছিল বুলি দেখুৱা হৈছে। ইয়াৰ ভিতৰত কিছু পৰিশোধ কৰা হৈছে।

(৪) প্ৰদেশবিলাকত 'ইৰিগেশ্যন ৱাৰ্ক'ছবিলাকত হোৱা খৰচ বাদ দি বাকী সাময়িক ধাৰ। ব্যৱসা-বাণিজ্যৰ ফালৰ পৰা দেশৰ উন্নতি বিধান কৰিবলৈ বুলি যিবোৰ ধাৰ কৰা হৈছে আৰু যিবোৰ এতিয়া, মিউনিছিপেলিটি, পোৰ্ট ট্ৰাষ্ট আদিৰ গাত জাপি দিয়া হৈছে আৰু বোম্বে ডেভেলেপমেণ্ট আদিৰ দৰে কামবিলাকত সুমুৱা হৈছে—এইবিলাক হিচাপত মুঠতে ১৯ কোটী টকাৰ ধাৰ দেখুৱা হৈছে।

(৫) ভাৰতীয় কৰদ ৰাজ্যবিলাকত দিয়া ধাৰ—মুঠতে ১৭.৫ কোটী টকা।

৪১। ৰেলৱেবিলাক—তথাকথিত উৎপাদনশীল ধাৰবোৰ কেইবাটাও শ্ৰেণীত ফালি ওপৰত দেখুৱা হৈছে। এতিয়া আমি ৰেলৱে লাইন খোলা বাবে যি ধাৰ লাগিছিল সেই সম্পৰ্কে আলোচনা কৰিম। ৰেলৱে লাইনৰ পৰা দেশৰ সাধাৰণ অৰ্থনৈতিক প্ৰতিষ্ঠানবোৰৰ বহুত সুবিধা হয়। উৎপন্ন হোৱা ঠাইত বস্তুৰ মূল্য কম, সেই বস্তুৰ যত আৱশ্যক বেছি, তালৈ নি বেচিলে তাৰ মূল্য বাঢ়ে। বস্তু অনা-নিয়াত

সুবিধা কৰি বেলে বস্তুৰ মূল্য বঢ়োৱাত সহায় কৰে বুলি কব পাৰি। সেই কাৰণেই ৰেলৱে লাইনক উৎপাদনশীল ব্যৱস্থা বুলিব পাৰি। অনা-নিয়াৰ সুবিধা বঢ়াৰ লগে লগে বস্তু বেচিবলৈ বজাৰৰ সীমাও বাঢ়ে অৰ্থাৎ সৰহ মানুহৰ এই বস্তু ব্যৱহাৰ কৰিবলৈ সুবিধা হয়। কিনোতাৰ সংখ্যা সৰহ হলে বস্তুৰ দাম বাঢ়ে। আৰু দাম বেছিকৈ পালে উৎপাদকেও সৰহকৈ উৎপাদন কৰিবলৈ উদগণি পায়। ইৰিগেশ্যনৰ দৰে ৰেলৱে লাইনবিলাকে দেখাদেখিকৈ কোনো বস্তু উৎপাদন নকৰে সঁচা, কিন্তু আৰ্থিক নীতিৰ ফালৰপৰা চালে ঋণৰ বাবে দিবলগীয়া দেনাখিনি উৎপন্ন কৰিব পৰা আৰু এতিয়াও কৰি থকা গৱৰ্ণমেণ্টৰ অৰ্থকৰী সম্পত্তিখিনিৰ উৎপাদক বুলিব পাৰি। আৰু এই অনুপাতে চালে ৰেলৰ ভাৰা আদিত ৰাজহৰ লক্ষণ দেখা যায়, তথাপি ৰেলৰ ঋণক উৎপাদনশীল ঋণ বুলিব পাৰি—অৰ্থাৎ যি ঋণৰ বিপৰীতে অৰ্থকৰী সম্পত্তি জমা আছে।

কিন্তু পৰিশোধৰ দায়িত্ব লোৱাৰ পূৰ্ব্বতে আমি ৰেলৱেৰ বাবে ভাৰতবৰ্ষৰ তথা কথিত ঋণৰ আঁতিগুৰি আৰু বৃদ্ধি ভালকৈ ফঁহিয়াই চাম; এনে বিধৰ ঋণ হোৱাৰ গুৰিত, নাইবা পাছত ঋণ বৃদ্ধি হোৱাত কিবা আসোঁৱাহ আছে নে নাই তাকে চোৱা আমাৰ উদ্দেশ্য।

বোধ কৰো ভাৰত গৱৰ্ণমেণ্টৰ মুঠতে যি ধাৰৰ হিচাপ দেখুৱা হৈছে, তাৰ ভিতৰত ৰেলৱে বিষয়তেই সৰহ হোৱা দেখা যায়। কেৱল ৰেলৱেৰ বাবে এই গোটেইখিনি ধাৰ গৱৰ্ণমেণ্টে কৰিবলগীয়া হোৱা নাছিল; গুৰিতে ইয়াৰ ভালেখিনি টকা ৰেলৱে কোম্পানীবিলাকৰ মূলধন হিচাপে লোৱা হৈছিল।

ওপৰত ৪০নং পেৰাত ৰেলৱেৰ বাবে হোৱা গৱৰ্ণমেণ্টৰ ধাৰৰ পৰিমাণ দেখুৱা হৈছে। মুঠ ১৩৬·৯৩ কোটী টকা তলত দিয়া বিষয়বিলাকৰ বাবে খৰচৰ হৈছিল ;—

(ক) গৱৰ্ণমেণ্টে নিজৰপৰা যিবোৰ ৰেলৱে লাইন তৈয়াৰী কৰিছিল, সেইবিলাকৰ বাবে তোলা টকা—ইয়াৰ মুঠ খৰচৰ হিছাপ সঠিক নিৰ্দ্ধাৰণ কৰাটো টান। গৱৰ্ণমেণ্টে টকা তুলি নিজৰ ফণ্ডৰপৰা ৰেলৱে লাইন খোলা নীতি ১৮৬৯ সনৰপৰা ১৮৮১ সনলৈকে প্ৰায় ১০।১২ বছৰ চলাইছিল। এই সময়ৰ ভিতৰত চৰকাৰে নিজে খোলা ৰেলৱে লাইনবিলাকত ছাৰ জন ষ্ট্ৰেচিয়ে "*Finance & Public Works of India*" বোলা কিতাপখনত দিয়ামতে সৰ্ব্বমুঠ ৯২৬,৮৮৯,০০০ পাউণ্ড মূলধন সোমাইছিল। বছেৰেকীয়া ৰাজহৰপৰা, নাইবা ফেমিন ইন্সিওৰেন্স ফণ্ডৰপৰা যি ধন খৰচ কৰি গৱৰ্ণমেণ্টে যিবোৰ ৰেলৱে লাইন খুলিছিল, নাইবা আগেয়ে খোলা লাইন বহলাইছিল, তাৰ হিছাপ ওপৰত উল্লেখ কৰা ২৬,৮৮৯,০০০ পাউণ্ডৰ ভিতৰত সোমোৱা নাই।

(খ) পুৰণি নাইবা নতুনকৈ গেৰেণ্টি দিয়া কোম্পানী-বিলাকৰপৰা কিনি লৈ চৰকাৰে নিজে চলোৱা ৰেলৱেবোৰ—এই হিছাপত ভালেখিনি টকা সোমাই আছে আৰু সেয়েই সকলোতকৈ সৰহ।

(গ) কোম্পানীবিলাকক সহায় কৰি খোলা ৰেলৱেবোৰ।

প্ৰথম ভাগৰ সম্পত্তিবিলাকৰ আছল মূল্য যিয়েই নহওক লাগে, এইবিলাকৰ আৰ্থিক দায়িত্ব লোৱাৰ ন্যায়সঙ্গততা সম্পৰ্কে একো প্ৰশ্ন কৰাৰ আৱশ্যক নকৰে। কিন্তু দ্বিতীয় দফা সম্পৰ্কে

এই বুলি কোৱা উচিত, যে এটা ৰেলৱে লাইন খুলিবৰ উদ্দেশ্যে কোম্পানীবিলাকক লোকচান হলেও লভ্যাংশ বুলি এটা নিৰিখ-মতে গৱৰ্ণমেণ্টে নিজৰ পৰা দিবলৈ গাত লোৱা গেৰেণ্টি বৰ আপত্তিজনক। আৰু এনে আপত্তিৰ ন্যায়সঙ্গত কাৰণ আছে। এইবিলাক আপত্তি, সুবিধাৰ বাবে তলত দিয়ামতে শ্ৰেণী বিভাগ কৰি দেখুৱাব পাৰি ;—

(১) গুৰিতে গেৰেণ্টি দিয়া ৰেলৱে কোম্পানীবিলাকক যি নিৰিখত লভ্যাংশ দিয়া হব বুলি গেৰেণ্টি দিয়া হৈছিল, সেই নিৰিখ সেই সময়ৰ মূলধনৰ সুদৰ অনুপাতে বৰ অতিপাতকৈ বেছি।

(২) এইদৰে গেৰেণ্টি দিয়া নিয়ম থকা বাবে ৰেলৱে লাইন খোলা আৰু কাৰ্য্যাৱলী চলোৱাত কোম্পানীবিলাকৰ ব্যয় কমাবলৈ কোনো উদগণি নোহোৱা হল। আৰু ইয়াৰ অপৰিহাৰ্য্য ফল হল যে লাইন তৈয়াৰী কৰোতে মূলধনৰ খৰচ ভয়ানক বাঢ়িল, আৰু ৰেলৱে লাইন তৈয়াৰী হোৱাৰ পাছত তাৰ কাৰ্য্যাৱলী পৰিচালনা কৰাত বৰ অতিপাতকৈ অপব্যয় হৈ অনাবশ্যকভাবে গেৰেণ্টিৰ মাত্ৰা বাঢ়িল।

(৩) এইবিলাক কোম্পানীক বিনা খাজনাত মাটি দিয়াত ভাৰতীয় ৰাজহ-ভৰালৰ বহুতো ক্ষতি হৈছে ; আৰু বিনা খাজ-নাত মাটি পোৱাত ৰেলৱে কোম্পানীবিলাকে এটা বিশেষ সুবিধা পাইছে। আৰু যদিও এইবিলাকৰ উচিতমতে হিচাপ হোৱা নাই, তথাপি ইয়াৰ বাবে কোম্পানীৰ ভালেখিনি টকাৰ লাভ হৈছে বুলি কব পাৰি।

(৪) আদিতে যি সময়লৈকে গেৰেণ্টি দিয়াৰ বন্দবস্ত

আছিল সেই সময়ৰ অন্ত পৰিলে, নাইবা সৰ্ত্তমতে ৰেলৱে লাইন চৰকাৰে নিজৰ দখললৈ আনিবৰ প্ৰথম বাৰ সময় হওতে, এই-বিলাক ৰেলৱে সম্পত্তি এনে বিধৰ সৰ্ত্তত অধিকাৰ কৰা হৈছিল যে ইয়াৰ ফলত ভাৰতবাসীৰ ওপৰত অতিৰিক্ত আৰ্থিক বাজহৰ বোজা পৰিছিল। অথচ ৰেলৱে লাইন নিজৰ হাতলৈ আনিও কাৰ্য্যাদি পৰিচালনাৰ বাবে যি বন্দবস্ত কৰিলে, তাতো খৰচ কমাবৰ একো দিহা নহল।

(৫) চৰকাৰে সহায় কৰা কোম্পানীবিলাক, নাইবা শাখা লাইন খোলোতে সহায় আৰু গেৰেন্টি দিয়া কোম্পানীবিলাকৰ মূল গেৰেন্টি মতে চুক্তিৰ সৰ্ত্তবোৰ গুৰাওতে বহুতো ক্ষেত্ৰত আৰ্থিক দায়িত্বৰ বোজা বাঢ়িল।

(৬) গেৰেন্টি চুক্তিত বিনিময়ৰ স্থায়ী নিৰিখ ২২ পেন্স = ১৲ সম্পৰ্কে বিশেষ বন্দবস্ত হোৱাত আৰ্থিক দায়িত্বৰ বোজা অন্যায়ৰূপে বাঢ়িল।

৪২। গেৰেন্টি নীতি—একাদিক্ৰমে ওপৰত দিয়া কাৰণ কেইটা লৈ সমসাময়িক হিচাপবোৰ ভালদৰে পঢ়ি চালে বুজা যায় যে যি সময়ত ৰেলৱে কোম্পানীৰ কমপক্ষেও শতকৰা ৫৲ টকাৰ যোগাই নহলে, বাকীখিনি ভাৰতবৰ্ষৰ বাজহৰ পৰা দিবলৈ গৱৰ্ণমেণ্টে গাত লৈছিল, সেই সময়ত ভাৰত-বৰ্ষ, নাইবা বৃটেনৰ বজাৰত ভাৰত গৱৰ্ণমেণ্টে শতকৰা ৩৷৹ হাৰে টকা পাই আছিল। নকলেও হব, যে গৱৰ্ণমেণ্টে যুদ্ধ আৰু নতুনকৈ অধিকাৰ কৰা প্ৰদেশবিলাকৰ শাসন-কাৰ্য্যত হোৱা নাটনিৰ অতিৰিক্ত খৰচৰ দৰে অনুৎপাদনশীল কাৰণত ঋণ লৈয়েই আছিল। টকা ধাৰে দিওতা মহাজন-

সকলৰ মনত বিশ্বাস জন্মাবলৈ গৱৰ্ণমেণ্টৰ কোনো বিশেষ অৰ্থকৰী সম্পত্তি নাছিল। নাইবা, গৱৰ্ণমেণ্টক সাধাৰণ ঋণ দিওতাসকলে ৰেলৱে ইত্যাদি উপাৰ্জ্জনশীল বিভাগৰ অতিৰিক্ত লাভৰ কোনোবা এদিন যে ভাগ লব পাৰিব, তাৰো একো আশা নাছিল। তথাপি যি সময়ত গৱৰ্ণমেণ্টে শতকৰা ৪ টকা হাৰত ধাৰ কৰিব পাৰিছিল, সেই সময়ত তেওঁলোকে কম-পক্ষেও শতকৰা ৫ টকা লাভ দিয়াৰ জোখাই ৰেলৱে কোম্পানীক টকা দিবলৈ গাত লৈ আছিল। আৰু তাকো কৰিছিল এনে সময়ত যি সময়ত ভাৰতবৰ্ষত পোন-প্ৰথমে যিবিলাক কোম্পানীয়ে ৰেলৱে লাইন খুলি নতুনকৈ ৰেলৱেৰ কাৰবাৰত লাগিছিল, সেইবিলাক কোম্পানীয়ে নিজৰপৰা শতকৰা ৩ টকা হাৰে গেৰেণ্টি বিচৰা স্বত্বেও গৱৰ্ণমেণ্টে শতকৰা ৫ টকাৰ গেৰেণ্টি দিছিল। ( *Railway Policy in India* by H. Ball )

১৮৪৯ সনৰ আৰু ১৮৫৫ সনৰ ভিতৰত যিবোৰ কোম্পানী গঠন হৈ এনেদৰে গেৰেণ্টি পাইছিল, তাৰ কেইবাটাকো গৱৰ্ণমেণ্টে নিজৰ হাতলৈ আনিলে। ইয়াৰ পাছত এই সম্পৰ্কে যিবোৰ যুক্তি দেখুৱা যাব, সেইবোৰ ভালকৈ বুজিবলৈ হলে চুক্তিৰ প্ৰধান অঙ্গবোৰ জুকিয়াই দেখুৱাটো বোধকৰো প্ৰয়োজন। পোন-প্ৰথমতে গেৰেণ্টি দিয়া ৰেলৱে কোম্পানীৰ বন্দবস্তৰ প্ৰধান সৰ্ত্তবোৰ চমুকৈ এইদৰে দেখুৱাব পাৰি:—

(১) ৰেলৱেৰ উদ্দেশ্যে লোৱা মাটি ৯৯ বছৰলৈকে গৱৰ্ণমেণ্টে বিনা খাজনাত দিব লাগিব।

(২) কোম্পানীবিলাকে প্ৰয়োজনীয় মূলধন গোটাব, আৰু গৱৰ্ণমেণ্টে সেই মূলধনৰ বা'ৰ বছৰি শতকৰা ৫ টকা হাৰে

( কিছুমানত ৪৷৷৹ আৰু ৪৸৹ ) লণ্ডনত সুদ দিবলৈ গেৰেণ্টি দিব লাগিব।

(৩) কোম্পানীয়ে ভাৰতবৰ্ষ নাইবা লণ্ডনত চৰকাৰী ট্ৰেজাৰিত মূলধন জমা দিব, আৰু গবৰ্ণমেণ্টে ৰেলৱে তৈয়াৰী কৰাৰ বাবে প্ৰয়োজনীয় ধন লণ্ডনত নাইবা ভাৰতবৰ্ষত আগতেই দিব লাগিব। যিখিনি ধন কোম্পানীয়ে গবৰ্ণমেণ্টক দিব, নাইবা গবৰ্ণমেণ্টৰপৰা লব, সেইখিনিৰ হিচাপ টকাটোৱে প্ৰতি ১ শ্বিলিং ১০ পেন্স বিনিময় হাৰে ৰখা হব।

(৪) ৰেলৱে কোম্পানীৰ কাৰ্য্যাৱলী গবৰ্ণমেণ্টে সাধাৰণভাৱে তদাৰক কৰিব।

(৫) ৰেল চলোৱাৰ আৱশ্যকীয় খৰচ বাদ দি থকা কোম্পানীৰ লাভ, পোন-প্ৰথমতে গবৰ্ণমেণ্টে গেৰেণ্টি দিয়া সুদ পৰিশোধ কৰাত ব্যৱহাৰ কৰিব লাগিব। এই নিমিত্তে বিনিময়ৰ হাৰ টকাত ১ শ্বিলিং ১০ পেন্স ঠিক কৰি দিয়া আছিল। নাটনি হোৱা সুদ পৰিশোধৰ পাছত যিখিনি লাভ অতিৰিক্ত ৰব, সেইখিনি অংশীদাৰসকলৰ বাবে সুকীয়াকৈ পূৰ্ব্বে থৈ দিয়া হৈছিল। কিন্তু পাছত, ৰেল চলোৱাৰ আৱশ্যকীয় ব্যয় বাদ দি, গেৰেণ্টিৰ সুদ পৰিশোধ কৰাৰ পাছত থকা অতিৰিক্ত থকা ধন গবৰ্ণমেণ্টে আৰু কোম্পানীবিলাকে সমানে ভাগ কৰি লোৱাৰ বন্দবস্ত হল।

(৬) গবৰ্ণমেণ্টৰ ডাক বিনা মাচুলত অনা-নিয়া কৰিব লাগিব আৰু ফৌজৰ ছিপাহী, আৰু প্ৰয়োজনীয় বছৰ-পাতি কম ভাৰাত নাইবা ভেনেবিধৰ বস্তুৰ নিমিত্তে সৰাতকৈ কম নিৰিখ মতে লব লাগিব।

(৭) গবর্ণমেণ্টে অনুমোদন কৰামতে ভাৰাৰ নিৰিখ আদি যাত্ৰীবিলাকৰ পৰা লব পাৰিব।

(৮) ৯৯ বছৰ শেষ হলে, ৰেলৰে ৰাস্তা আৰু আনবিলাক স্থায়ী বস্তু-বাহানি, আনি গবৰ্ণমেণ্টে স্বীকাৰ কৰি লোৱা আৰু অন্যান্য দিব লগীয়া ধন বাদ দি বাকীবিলাক নিদিয়াকৈ গভৰ্ণমেণ্টৰ সম্পত্তিত পৰিণত হব। ৰেলৰ ভাৰা আদি, যন্ত্ৰ-পাতি কলকাৰখানা আদি যাবতীয় সকলো বস্তু মধ্যস্থ এজনে নিৰ্দ্দেশ কৰা দামত কোম্পানীয়ে বেচিব আৰু গবৰ্ণমেণ্টে কিনিব।

(৯) ২৫ বছৰৰ পাছত নাইবা ৫০ বছৰৰ পাছত, কোম্পানীৰ সকলো অংশৰ নাইবা কোম্পানীৰ মূলধন 'ষ্টক'ৰ মূল্য দি, ৰেলৱে লাইন গবৰ্ণমেণ্টে কিনিবলৈ ক্ষমতা থাকিব। কিনাৰ ৩ বছৰ পূৰ্ব্বতে লণ্ডনত উক্ত ৰেলৱে কোম্পানীৰ অংশ নাইবা মূলধন 'ষ্টক'ৰ গড় হিচাপে যি দৰ আছিল সেই দৰত গবৰ্ণমেণ্টে কিনিব লাগিব।

(১০) ইংৰাজী মাহৰ তিনিমাহ লাইন চলি থকা হলেই ৰেলৱে লাইন গবৰ্ণমেণ্টক গতাই দিয়া নাইবা সম্পূৰ্ণতে এৰি দিবলৈ কোম্পানীৰো ক্ষমতা থাকিব। সেয়ে হলে, এই ৰেলৱে লাইন খোলা বাবে কোম্পানীৰ যি মূলধন লাগিছিল, সেইখিনি গবৰ্ণমেণ্টে দিবলৈ বাধ্য থাকিব।

পোন-প্ৰথমতে গেৰেণ্টি দিয়া কোম্পানীবিলাকৰ লগত হোৱা বন্দবস্তৰ এইবিলাকেই প্ৰধান সৰ্ত্ত আছিল। ১৮৬৬-৬৭ সনত বন্দবস্ত পুনৰ নতুনকৈ কৰা হৈছিল। তেতিয়া ২২ পেন্সৰ ঠাইত বিনিময়ৰ নিৰিখ ২ শ্বিলিং ধাৰ্য্য হল।

১৮৭২ চনত ছেক্রেটৰী অৱ ষ্টেটে ভাৰত গৱৰ্ণমেণ্টৰ পৰামৰ্শ নোলোৱাকৈ পুনৰ বন্দীবস্তৰ সংশোধন কৰিলে।

ভাৰত গৱৰ্ণমেণ্টে লোকচান হলেও এইদৰে শতকৰা ৫ টকা হাৰে লাভ দিয়াৰ জোখাই ধন দিবলৈ গেৰেণ্টি দিয়া বাবে এনে বিধৰ গেৰেণ্টি পোৱা কোম্পানীবিলাকৰ কৰ্ত্তৃপক্ষই ৰেলৰে লাইন খোলাত, নাইবা কাৰ্য্য পৰিচালনা কৰাত ব্যয় কমোৱাৰ ফালে চকু দিবলৈ সম্পূৰ্ণ উদাসীন হল। যেতিয়া গৱৰ্ণমেণ্টে আৰু এইদৰে গেৰেণ্টি পোৱা ৰেলৰে কোম্পানী-বিলাকে একে সময়ত কামত লাগিছে, তেতিয়া গেৰেণ্টি পোৱা কোম্পানীবিলাকৰ ৰেলৰে লাইন তৈয়াৰী কৰোতে লগা খৰচৰে সৈতে গৱৰ্ণমেণ্টৰ লগা খৰচ বিজাই চালে কোম্পানী-বিলাকৰ অপব্যয় আৰু অনাহকতে ব্যয় কৰিবলৈ ধাউতি হোৱাটো বেছ স্পষ্টকৈ দেখা যায়। গৱৰ্ণমেণ্টে যি স্থলত খটোৱা মূলধনৰ ওপৰত লাভ দিবলৈ গেৰেণ্টি দিছেই, তেনে স্থলত ৰেলৰে লাইন তৈয়াৰী কৰোতে যিমান খৰচ দেখুৱাব পৰা যায়, সিমানেই লাভৰ ধন বাঢ়িব বুলি অতিপাতকৈ খৰচ নকৰাটো নহয়।

পোন প্ৰথমতে দিয়া গেৰেণ্টি নীতিৰ দোষাদোষ সম্পৰ্কে এই বুলি কব পাৰি যে তেতিয়া ভাৰত আৰু ব্ৰিটেইনত এই বিষয়ত লিপ্ত থকা কৰ্ত্তৃপক্ষসকলৰ এই সম্পৰ্কে একো জ্ঞান নাছিল। ইয়াৰ ফলত যে ভাৰতীয় ৰাজহৰ ওপৰত ক্ৰমাৎ বোজা বাঢ়ি যাবলৈ ধৰিছে, এই কথাষাৰ তেওঁলোকে সেই সময়ত সম্পূৰ্ণতে, নাইবা উচিতমতে বুজিবপৰা নাছিল। কিন্তু দায়িত্ব-পূৰ্ণ তদন্তকমিটীৰ সন্মুখত কিছুমান অভীজ্ঞকৰ্ম্মচাৰীয়ে

থি মতামত প্ৰকাশ কৰিছিল, সেইবোৰ তলত দিয়া হল। সেই-বিলাকৰ পৰাই বুজিব পাৰি যে এই গেৰেন্টি নীতি গুৱিবেপৰা কিদৰে চেকা-লগা আছিল।

পোনপ্ৰথমতে গেৰেন্টি দিয়া মতে নাটনিপৰা সকলো ধন ভাৰতবৰ্ষৰ ৰাজহ-ভঁৰালৰ পৰা দিয়া বাবে, ৫৮ কোটী টকা লাগিছিল। যি সময়ত এইদৰে গেৰেন্টিমতে টকা দিবলৈ আৰম্ভ কৰা হৈছিল, সেই সময়ৰপৰা আৰম্ভ কৰি, যেতিয়ালৈকে ৰেলৱে কোম্পানীবিলাকে খটোৱা মূলধনৰ সুদৰ জোখাই লাভ উপাৰ্জ্জন কৰিব পৰা নাছিল, তেতিয়ালৈকে এইদৰে ধন দিয়াত ভাৰতবৰ্ষৰ ৰাজকোষৰপৰা ৫৮ কোটী টকা খৰচ হৈছিল।

৪৩। গৱৰ্ণমেণ্টৰ দখলত ৰেলৱে কোম্পানী—কিন্তু অৰ্থনীতি-সম্পৰ্কীয় কথাবোৰ আলোচনা কৰি ভাৰতবৰ্ষত ৰেলৱে সম্পৰ্কে গৱৰ্ণমেণ্টে যি অন্যায় কৰিছে, সেই অন্যায় ইয়াতেই অন্ত নপৰে। বন্দবস্তমতে ২৫ বছৰৰ পাছতেই এইবোৰ কোম্পানী পৰিচালনাৰ ভাৰ নিজৰ হাতলৈ আনিবলৈ গৱৰ্ণ-মেণ্টৰ ক্ষমতা আছিল। কিন্তু গৱৰ্ণমেণ্টে পোনপ্ৰথমে গেৰেন্টি দিয়া কোম্পানী সম্পৰ্কে এই বহুমূলীয়া অধিকাৰ এৰি দি পূৰ্ব্বতে কোৱামতে ১৮৭২ সনত ছেক্রেটৰী অব ষ্টেটে নতুনকৈ সংশোধিত বন্দবস্ত কৰিলে। আৰু যেতিয়া এনেবিধৰ গেৰেন্টি পোৱা কোম্পানীবিলাকৰ সম্পত্তি গৱৰ্ণমেণ্টে নিজৰ হাতলৈ আনিলে, তেতিয়া এনেবিধৰ কিছুমান সৰ্ত্ত লগাই লোৱা হল যে তাৰ বাবে ভাৰতবাসীৰ ওপৰত আৰ্থিক দায়িত্বৰ বোজা ভালেখিনি বাঢ়িল। আগৰ বন্দবস্তমতে কোম্পানীৰ অংশ, বাইৰা সমুদায় মূলধন বজাৰ দৰমতে কিনাৰ কথা আছিল;

আৰু গৱৰ্ণমেণ্টে গেৰেণ্টি মতে যথেষ্ট ধন দিয়া বাবে আৰু গৱৰ্ণমেণ্টে এইবোৰ সকলো কিনি লব জানিলত কোম্পানীৰ অংশ আৰু মূলধন টকৰ বজাৰ দৰ ভালেখিনি বাঢ়িল। পাছত দিয়া 'ঘ' পৰিশিষ্টখন পঢ়ি চালে, গৱৰ্ণমেণ্টে কোম্পানীৰ সম্পত্তি কিনি লওঁতে, কিদৰে অতিপাত নিৰিখত মূলধন টকা কিনিব লগীয়া হৈছিল, সেইটো বেছকৈ বুজা যায়। এইবোৰ সম্পত্তিৰ মূল্য নিৰূপণ হোৱাৰ পাছত গৱৰ্ণমেণ্টে যিমানখিনি ধনেৰে কিনিবলৈ মাস্তি হৈছিল, সেইখিনি ধন চৰকাৰী ঋণ-কাকতৰে দিয়া হৈছিল, ইয়াৰ বাবে এই বন্দবস্তমতে ভাৰতীয় প্ৰজাৰ ওপৰত যি আৰ্থিক দায়িত্বৰ বোজা জাপি দিয়া হল, সেইটো বৰ বেছি আৰু কেতিয়াও ন্যায়সঙ্গত হব নোৱাৰে। সৰ্ব্বমুঠ বোজা হল ৩৩০ লাখ পাউণ্ড—ভাৰতীয় মুদ্ৰাৰে ৫০ কোটী বুলি ধাৰ্য্য কৰিব পাৰি। এইবোৰ সম্পত্তি গৱৰ্ণমেণ্টে নিজৰ হাতলৈ আনি পুনৰ কোম্পানীবিলাকক 'লীজ' দিলে। ভাৰতীয় স্বাৰ্থ আৰু জাতীয় ব্যয়-সঙ্কোচৰ ফালৰপৰা চালে এইবিলাক বন্দবস্তৰ সৰ্ত্তবোৰ আগতকৈও বেছি অপৰায়জনক আছিল। ইয়াৰ ফল হল যে ইমান ভয়ানক ত্যাগ স্বীকাৰ কৰি কিনি লোৱা এই সম্পত্তি ৫০ বছৰ পাছতো ভাৰতীয় প্ৰজাৰ দুঃখ মোচন কৰিবলৈ ধনোৎপাদন কৰিব পৰা অৱস্থালৈ অহা নাছিল। ধনোৎপাদন কৰি দুঃখ মোচন কৰা দূৰত থাওক, ইয়াৰ বাবে অতিৰিক্ত ৰাজহৰ বোজাহে গাত লবলগীয়া হল।

৪৪। ৰেলৰে কণ্ট্ৰাক্টত বিনিময়ৰ স্থায়ী হাৰ—পোন-প্ৰথমে গেৰেণ্টি দিয়া কোম্পানীবিলাকৰ লগত কৰা বন্দবস্তত বিনিময়ৰ স্থায়ী নিৰিখ নিৰ্দ্ধাৰিত কৰি দিয়াৰ কথা আছিল। এই

সম্পৰ্কে ভাৰত গৱৰ্ণমেণ্টৰ ৰেলৱে নীতি সম্পৰ্কে একেবাৰ নোকো-ৱাকৈ এৰিব নোৱাৰি। পোনপ্ৰথমে হোৱা বন্দবস্তত টকা আৰু পাউণ্ডৰ সলনিৰ বাবে, বিনিময়ৰ হাৰ টকাটোৰে প্ৰতি ২২ পেন্স নিৰ্দ্দিষ্ট কৰা আছিল। কিন্তু ১৮৭০ সনৰ সংশোধিত বন্দবস্তমতে বিনিময়ৰ হাৰ ২৪ পেন্স নিৰ্দ্দিষ্ট কৰা হল। ১৮৮৫-৮৬ সনত ভাৰত গৱৰ্ণমেণ্টৰ হিচাপৰ কোন কামত কি খৰচ কৰা হৈছে, তাৰ ৰিপোৰ্টৰ ১০৩ নম্বৰ পেৰাত বিনিময়ৰ হাৰ এইদৰে নিৰ্দ্দিষ্ট হোৱাৰ ফলত কি হৈছিল তলত দিয়া হল:—

"গেৰেণ্টি দিয়া আৰু অন্যান্য ৰেলৱে কোম্পানীবিলাকে যিমান মূলধন গোটাব পাৰে, তেওঁলোকে পোনতে ইংলণ্ডত ছেক্ৰেটৰী-অব-ষ্টেটৰ হাতত জমা দি তাৰ এটা অংশ খৰচৰ বাবে তেওঁলোকে তাতেই তুলি লৈছিল, বাদবাকী-খিনি ভাৰতবৰ্ষত লৈছিল।

ইংলণ্ডত যি টকা জমা দিয়া আৰু তুলি লোৱা হৈছিল, সেই সম্পৰ্কে লাভ লোকছানৰ একো প্ৰশ্ন নুঠে, কিন্তু বাদ বাকীখিনি ছেক্ৰেটৰী অব ষ্টেটৰ হুণ্ডীৰ বিনিময় হাৰ মতে ইংলণ্ডত জমা লোৱা হয় আৰু ইফালে কোম্পানীৰ লগত হোৱা কণ্ট্ৰাক্টত স্থিৰ হোৱা বিনিময়ৰ স্থায়ী হাৰমতে ভাৰতবৰ্ষত দিয়া হয়। যেতিয়া ছেক্ৰেটৰী অব ষ্টেটৰ হুণ্ডীৰ বিনিময় হাৰতকৈ ৰেলৱে কোম্পানীৰ লগত হোৱা কণ্ট্ৰাক্টত স্থিৰ কৰা হাৰ বেছি আছিল, তেতিয়া এনেবিধৰ লেন-দেনত ভাৰত গৱৰ্ণমেণ্টৰ লাভেই হৈছিল। যেতিয়া ৰেলৱে লাইন তৈয়াৰী কৰিবলৈ ইংলণ্ডৰপৰা টকা আনিব

লগীয়া হৈছিল, তেতিয়া কোম্পানীয়ে জমা দিয়া টকাবপৰা ভাৰতবৰ্ষত তুলি লোৱা টকা অনুপাতে আৰু ছেক্রেটৰী অব ষ্টেটৰ হুণ্ডীৰ হাৰৰ উঠা-নমা অনুপাতে লাভ আৰু লোকছান বাঢ়িছিল।

ইয়াৰ বাহিৰেও, ইংলণ্ডত লোৱা টকাৰ সমানে এই-বিলাক কোম্পানীক ভাৰতবৰ্ষত ৰছিদ দিয়া হৈছিল। এনে হোৱাত আগৰ অৱস্থাৰ বিপৰীত হল। যেতিয়া বিনিময়ৰ কণ্ট্ৰাক্টত স্থিৰ কৰা হাৰ বজাৰ দৰতকৈও কম হয়, তেতিয়া গবৰ্ণমেণ্টৰ লোকছান হয়। ইংলণ্ডত ৰেলৱেৰ বাবে যি লাগতিয়াল সঁজুলি কিনা হয়, তাৰ হিচাপ খৰচৰপৰা নি আয়ৰ ঘৰত লিখাত এইদৰে গবৰ্ণমেণ্টে কোম্পানীক ভাৰতবৰ্ষত সৰহকৈ দিব লগীয়া হৈছিল। মূলধন খৰচ ঘৰৰপৰা নি আয়ৰ ঘৰত দেখুৱাওতে পূৰ্ব্ববৰ্ত্তী ছমাহৰ কাউন্সিলীয়া হুণ্ডীৰ গড় নিৰিখমতে হিচাপ কৰা হৈছিল। পূৰ্ব্ববৰ্ত্তী ছমাহৰ গড় নিৰিখৰ লগত তাৰতম্য হৈ গোটেই বছৰটোৰ বিনিময়ৰ গড় নিৰিখৰপৰা লাভ নাইবা লোকছান হৈছিল।

ভাৰতবৰ্ষত ৰেলৱে চলিবলৈ ধৰাৰ প্ৰথম ২০ বছৰলৈকে এই সমস্যা বৰকৈ হোৱা নাছিল। এই সময়ত ইংলণ্ডৰপৰা মূলধন পঠাবলগীয়া হৈছিল, ইয়াৰ বাবে কোম্পানীৰপৰা পোৱা পাউণ্ডে প্ৰতি টকাটোত ২২ পেন্স হিচাপত টকা পাইছিল। কিন্তু হিচাপত ধৰা ধনৰ পৰিমাণ ষ্টাৰ্লিঙত ৰখা হৈছিল। যেতিয়া ভাৰতবৰ্ষত গেৰেণ্টি দিয়ামতে লাভ দেখুৱাব পৰাৰ জোখাই আৰু অতিৰিক্ত লাভৰ হিচাপত গবৰ্ণমেণ্টে ধন দিব লগীয়া হল, তেতিয়া বিনিময়ৰ নিৰিখ ভাৰতবৰ্ষৰ বিপৰীতে

হল। টকাটোৰে প্ৰতি ১৫ পেনিহে পাইছিল। সেই বাবে ৰেলৱে কোম্পানীবিলাকক দিয়া গেৰেণ্টিমতে সুদ আৰু লাভৰ বাবে দিব লগীয়া মুঠ ১০ লাখ পাউণ্ডৰ বাবে ১ কোটী ৫০ লাখ টকা দিব লগীয়া হৈছিল, অথচ, এইখিনি ধনৰ বাবে আগেয়ে ৩ কোটী ১০ লাখ টকাহে দিয়া হৈছিল। এই হিচাপত ভাৰতবৰ্ষৰ কি পৰিমাণে অতিৰিক্ত ধন ব্যয় কৰা হৈছিল, সেইটো টকাৰ হিচাপেৰে কোৱা অসম্ভৱ। কিন্তু ভালেখিনি ধন ইয়াৰ বাবে ব্যয় কৰা হৈছে বুলি কব পাৰি। আৰু ইয়াৰ উচিত হিচাপ ৰখা হোৱা নাছিল বুলি নিঃসঙ্কোচে কব পাৰি। সেই বাবে ৰেলৱে সম্পৰ্কীয় ধাৰৰ পৰিমাণ নিৰ্দ্ধাৰণ কৰোতে ৰেলৱেৰ সম্পত্তিৰ মূল্যও বহুতো কমিব।

৪৫। ৰাজনৈতিক ৰেলৱে—ভাৰতীয় সীমান্ত প্ৰদেশত ৰাজনৈতিক আৰু সামৰিক সুবিধাৰ বাবে ৰেলৱে খোলা বুলি গৱৰ্ণমেণ্টে নিজে স্বীকাৰ কৰিছে। ৰেলৱেৰ বাবে আৰ্থিক দায়িত্ব সম্পৰ্কে আলোচনা শেষ কৰিবৰ পূৰ্ব্বতে এইবোৰ ৰেলৱে সম্পৰ্কে উল্লেখ কৰাটো প্ৰয়োজনীয়। এতিয়ালৈকেও গৱৰ্ণমেণ্টে এইবোৰ ৰেলৱেৰপৰা লাভ কৰিব পৰা নাই। কিছুমান ৰেলৱেক ৰাজনৈতিক বুলি যিদৰে শ্ৰেণী বিভাগ হৈছে, সেই সম্পৰ্কেও বহুতো প্ৰশ্ন কৰিব পাৰি। কিন্তু সেই সম্পৰ্কে একো বাদানুবাদ নকৰি, গৱৰ্ণমেণ্টৰ নামাকৰণকেই মানি লৈ উত্তৰ-পশ্চিম সীমান্ত আৰু এডেনত ৰাজনৈতিক বুলি গৱৰ্ণমেণ্টে স্বীকাৰ কৰা ৰেলৱে লাইনবিলাকৰ বাবে ৰেলৱে শাসন বিভাগৰ সিদিনাখন ওলোৱা ৰিপোৰ্টত ৬৬,৩৮,৭২,০০০৲ খৰচ হৈছিল বুলি দেখুৱা হৈছে। এইবিলাক ৰেলৱে কতি-

জনক ব্যবসায় আৰু আৰম্ভৰেপৰা গৱৰ্ণমেণ্টে এইবিলাকৰ বাবে ক্ষতিয়েই ভৰি আহিছে। অলপতে নদীবিলাকৰপৰা খাল খানি পানী চলাচলৰ সুবন্দবস্ত কৰি মৰুভূমিৰ দৰে পৰি থকা নৰ্থ-ৱেষ্টাৰ্ণ ৰেলৱেৰ এটা অঞ্চল শস্য-শ্যামলা কৰি, ৰেলৱেৰ সেই ক্ষতিজনক অংশ লাভজনক কৰিবলৈ দিহা কৰা হৈছে। কিন্তু এনে অৱস্থাতো ১৯২৯-৩০ সনত হিচাপত এইবিলাক ৰেলৱেত ১,৯০,১০,০০০৲ টকা লোকচান হোৱা বুলি দেখুৱা হৈছে। এইবিলাক ৰেলৱে লাইনৰ উদ্দেশ্য সম্পূৰ্ণতে সামৰিক আৰু সেইবাবে খটোৱা মূলধনৰ অঙ্ক কেইটা দেখুৱাই, এইবোৰ ৰেলৱে অৰ্থকৰী সম্পত্তি বুলি ভাৰতবৰ্ষক গঁতাই দিয়াৰ পূৰ্ব্বতে খৰচৰ বহু বিষয় বাদ দি লব লাগিব। এই সূত্ৰতে আমি আঙুলিয়াই দিও যে, কেৱল মাত্ৰ বেহা-বেপাৰৰ ফালৰপৰা আৱশ্যকতা অনুভৱ কৰি খুব কমেই ৰেলৱে লাইন ভাৰতবৰ্ষত খোলা হৈছে। কোম্পানীৰ দিনত ভূতপূৰ্ব্ব গৱৰ্ণৰ-জেনেৰেল লৰ্ড ডালহৌছিয়ে (যাৰ সময়ত ভাৰতবৰ্ষত পোন-প্ৰথমতে ৰেলৱে খোলা হয়) ৰেলৱে তৈয়াৰী কৰোতে গৱৰ্ণ-মেণ্টৰ সহায় দিওতে ৰাজনৈতিক আৰু সামৰিক প্ৰয়োজনীয়তা প্ৰথমতে বিবেচনা কৰিব লাগে বুলি ধৰি লৈছিল। এই বিষয়ত তেওঁৰ একো ভুল ধাৰণা হোৱা নাছিল। তেওঁ স্পষ্টকৈ কৈছিল যে যিবিলাক ৰেলৱে লাইন খোলা হব বুলি তেওঁ সঙ্কল্প কৰিছে, সেইবিলাক লাভজনক নহলেও, কোম্পানীৰ গৱৰ্ণমেণ্টে এইবিলাক উদ্যোগত সহায় কৰিব লাগিব। আৰু তেতিয়াৰে পৰা এই দুটা ভাব—ৰাজনৈতিক আৰু সামৰিক প্ৰয়োজনীয়তা সদায় ভাৰত গৱৰ্ণমেণ্টৰ চকুৰ আগত আছেই।

ৰেলৱে সম্পৰ্কে দাবী এইদৰে হয়ঃ—

ছৰকাৰে ৰেলৱে লাইনবোৰ লোৱাৰ সময়ত শতকৰা ২০ ৲ টকাকৈ দিয়া প্ৰিমিয়াম — ৫০ কোটী
ৰাজনৈতিক আৰু সামৰিক ৰেলৱেবোৰৰ খৰচ — ৩৭ ,,
৮৭ ,,

৪৬। ইৰিগেশ্যন—দেশৰ উৎপাদিকা শক্তি বৃদ্ধি কৰিবলৈ আৰু দুৰ্ভিক্ষত সহায় কৰিবলৈ ইৰিগেশ্যন বিভাগে হাতত লোৱা কামবোৰৰ বাবে মুঠতে ১২৩·০২ কোটীৰ ধাৰ লৈছিল। ইয়াৰ গোটেইখিনি এতিয়ালৈকে দিব লগীয়া হৈ নাথাকিবও পাৰে। এইখিনি ধাৰৰ বাবে ভাৰতবাসীৰ দায়িত্ব সম্পৰ্কে একো প্ৰশ্ন উত্থাপিত হব নোৱাৰে, কাৰণ ইয়াৰ বাবে অৰ্থ-কৰী সম্পত্তি পোৱা হৈছে। এই বিষয়ত হোৱা ধাৰ আৰু তথা-কথিত উৎপাদনশীল বুলি আন আন বিষয়ত হোৱা ধাৰৰ পাৰ্থক্য আমি আঙুলিয়াই দিও। পোনপ্ৰথমে, দেশৰ উৎপাদিকা শক্তি বৃদ্ধি কৰিবলৈ আৰু দুৰ্ভিক্ষত সহায় কৰিবলৈ ইৰিগেশ্যন বিভাগৰ কাৰ্য্যাবলীৰ বাবে হোৱা ধাৰ এনে ভাৱে ব্যৱহৃত হৈছে যে তাৰপৰা দেশত উৎপন্ন বাঢ়িছে। এই-বিলাকৰ ফলত যি অতিৰিক্ত শস্য বছৰি উৎপন্ন হৈছে, তাৰ মূল্য এইবিলাক কামত লগা মুঠ খৰচতকৈ ১৪২ কোটী টকা বেছি। ইয়াৰ উপৰিও, এই সম্পৰ্কে হিছাপৰ নীতি বৰ কঠোৰ আছিল; খাল খানিবলৈ আৰম্ভ কৰি প্ৰথম চপৰা মাটি পেলাবৰ পৰা ১০ বছৰৰ ভিতৰত সেই খালৰপৰা সুদৰে সৈতে কাৰ্য্য-কৰী ব্যয় ওলোটাই পোৱা নগলে ইৰিগেশ্যনৰ কোনো কামেই উৎপাদনশীল বোলা নহৈছিল। এনে নিয়মৰ ফলত, ইৰিগেশ্যন

বিভাগত নতুন কিবা কামৰ প্ৰস্তাৱ হলে, সেই সম্পৰ্কে কঠোৰ ভাবে পৰীক্ষা কৰি আলোচনা কৰা হয়; আৰু এই কাৰণেই ইয়াৰ কামবোৰ মুঠতে এইদৰে উৎপাদনশীল হৈছে। ইয়াৰ উপৰিও খাল খানোতে, কম পক্ষেও কিবা এটা লাভ দিবলৈ গেৰেণ্টি দিয়া আৰু তাৰ কাৰ্য্যাৱলীৰ পৰিচালনাত ব্যয়-সঙ্কোচলৈ চকু দিয়াৰ প্ৰয়োজন নোহোৱা কোনো ব্যক্তিগত সদাগৰী সঙ্ঘৰ লগত একো বন্দবস্ত কৰাৰ একো নিয়ম নাছিল।

৪৭। পোষ্টেল আৰু টেলিগ্ৰাফ ছাৰ্ভিছ—উৎপাদনশীল, নাইবা বাণিজ্য বিভাগ বুলি বৰ্ণিত হোৱা বিভাগ আৰু আন-বিলাক সম্পত্তিৰ বাবে হোৱা ধাৰ কৰলৈ গলে সিমান সৰল নহয়। কি বাবদ, কি ঋণ লোৱা হল, এইবোৰ জানিবলৈ হিছাপবোৰ ৰেলৱেৰ দৰে সিমান জটিল নহয়। পোষ্ট আৰু টেলিগ্ৰাফ আদিৰ কাৰণে ২৩ কোটী টকা ধাৰ লাগিছে বুলি হিছাপত দেখুৱা হৈছে। এই দুটা বিভাগত আৰু এই দুটা সম্মিলিত বিভাগত যিবোৰ সম্পত্তি আছে, সেইবোৰ ন্যায়সঙ্গত ভাবে এইখিনি টকাৰ জোখাই নহয় বুলি কব নোৱাৰি; সেই বাবে এই বিভাগে নিজৰ বোজা নিজে বহন কৰিব পাৰিছে বুলি আমি ধৰি লৈছো।

৪৮। প্ৰাদেশিক ঋণ—ইৰিগেশ্যনৰ কাৰ্য্যাৱলীৰ বাবে হোৱা ধাৰ বাদ দিলে, প্ৰাদেশিক ধাৰৰ উৎপাদিকা শক্তি, নাইবা মূল্য সম্পৰ্কে সন্দেহ নোহোৱাকৈ নাথাকে। বোম্বেত নগৰৰ উন্নতি কৰিবলৈ যি কাম হাতত লোৱা হৈছে, সেই কামবিলাক একো উৎপন্ন নহয় বুলি গৱৰ্ণমেণ্টে স্বীকাৰ কৰিছে। এই কামটো কেতিয়াও হাতত লব নালাগিছিল।

৪৯। প্ৰাদেশিক গৱৰ্ণমেণ্ট, পোৰ্ট ট্ৰাষ্ট আদিৰ বাবে হোৱা ধাৰ—মিউনিছিপেলিটি, পোৰ্ট ট্ৰাষ্ট, ইমপ্ৰুভমেণ্ট ট্ৰাষ্ট আৰু অন্যান্য আধা চৰকাৰী প্ৰতিষ্ঠানবিলাকক যি পৰিমাণে ধন দিয়া হৈছে, সেই সম্পৰ্কে এইখিনি কব লাগিব যে সকলো ধন উৎপাদনশীল কাৰ্য্য বুলিলে যি বুজা যায়, তেনেবিধৰ কাৰ্য্যাবলীৰ বাবে খৰচ হোৱা নাই। স্বায়ত্ত-শাসনৰ প্ৰতিষ্ঠানবিলাকৰ আয়-ব্যয়ৰ মুঠ হিছাপবোৰ আলোচনা কৰি চালে দেখা যায়, যে এনেবিধৰ প্ৰতিষ্ঠানবোৰ আত্মনিৰ্ভৰশীল নাইবা লাভজনক হোৱা নাই। এই প্ৰতিষ্ঠানবোৰ ঋণৰ বোজা লৈ চলিব পাৰিছে, সন্দেহ নাই; আৰু ধাৰে লোৱা ধন খটাই সম্পত্তিৰ সৃষ্টি কৰি, ধনোপাৰ্জ্জন কৰিছে সঁচা, কিন্তু এই সম্পত্তিবিলাকৰ ধনোপাৰ্জ্জনী ক্ষমতা থকাতকৈও প্ৰতিষ্ঠানবিলাকৰ নতুন নতুন বিষয়ত টেক্স বহুৱাবৰ ক্ষমতা থকা বাবেই এই ঋণৰ বোজা বহন কৰি চলিবলৈ সমৰ্থ হৈছে।

দিল্লীত ভাৰত গৱৰ্ণমেণ্ট যিথন নতুন ৰাজধানী তৈয়াৰী কৰি ঋণৰ দায়িত্ব ললে, সেই ঋণ কেতিয়াও উৎপাদনশীল নহয়। ইয়াৰ বাবে প্ৰায় ১৪ কোটী টকা ব্যয় কৰা হৈছে। এইখিনি ধাৰ আচল অৰ্থকৰী সম্পত্তিৰ ওপৰত নিৰ্ভৰ কৰা বিধৰ ধাৰ নহয়। যিয়েই হওক, তুলনা কৰি চালে এইখিনি ধাৰ সামান্যই বুলিব পাৰি, আৰু নতুন ৰাজধানীৰ আচল মূল্য নাথাকিলেও, ৰাজনৈতিক মূল্য আছে, সেই বাবে ভাৰতবাসীক এই আৰ্থিক দায়িত্বৰপৰা সম্পূৰ্ণতে মুক্ত কৰিবলৈ ববকৈ টানি ধৰিবৰ আৱশ্যক নাই।

ভাৰতীয় কৰদ ৰাজ্যবিলাকক আৰু স্থানীয় প্ৰতিষ্ঠানবিলাকক

ধাৰে দিয়া মূলধনো হৈছে তথাকথিত উৎপাদনশীল ঋণৰ শেষৰ বিষয়। ইয়াৰ গোটেইখিনিয়েই উৎপাদনশীল নাইবা অৰ্থকৰী সম্পত্তিৰ ওপৰত নিৰ্ভৰ কৰা বিধৰ নহয়।

৫০। উপসংহাৰ—ভাৰতবৰ্ষৰ তথাকথিত উৎপাদনশীল ঋণৰ পৰ্য্যালোচনা কৰি সাধাৰণভাবে এইদৰে সিদ্ধান্ত কৰিব পাৰি :—

(ক) উৎপাদনশীল বুলি কোৱা ৫টা বিষয় পুঙ্খানুৰূপে পৰীক্ষা কৰি চালে কেৱল মাত্ৰ দুটা বিষয়ক অৰ্থাৎ ইৰিগেশ্যন বিভাগ আৰু ৰেলৱেৰ কামক—উৎপাদনশীল বুলিব পাৰি।

(খ) ৰেলৱেবিলাকৰ যি ধনোৎপাদিকা শক্তি আছে আৰু ভাৰতবৰ্ষৰ অৰ্থনৈতিক উন্নতিত ৰেলৱেই যি সহায় কৰিছে তাৰ লগত তুলনা কৰিলে ইৰিগেশ্যনৰ বিভাগৰ এনে শক্তিৰ তাৰতম্য দেখা যায়।

(গ) ৰেলৱে সম্পৰ্কে আৰ্থিক দায়িত্ব ভাৰতবাসীয়ে লোৱাৰ পূৰ্ব্বতে ৰেলৱেৰ বাবে হিছাপত দেখুৱা মুঠ মূলধনৰ বিপৰীতে অন্ততঃ ৮৩ কোটী টকাৰ দাবী কৰিব পাৰি। যদিও বাণিজ্য সম্পৰ্কীয় হিছাপৰ সূক্ষ্ম-নীতিৰে ফঁহিয়াই চালে আৰু কঠোৰভাবে ন্যায় বিচাৰ কৰিবলৈ হলে এই দাবী কম পক্ষেও দুগুণ কৰিব পাৰি।

(ঘ) ইৰিগেশ্যন ৱাৰ্কছ আৰু আনবিলাক বাণিজ্য বিভাগৰ বাবে হোৱা ঋণ যথেষ্ট অৰ্থকৰী সম্পত্তিৰে সুৰক্ষিত বুলি স্বীকৃত হোৱা বাবে ভাৰতবৰ্ষৰ নতুন গৱৰ্ণমেণ্টৰ গাত সেই ঋণ জাপি দিব পাৰি।

(ঙ) প্ৰাদেশিক গৱৰ্ণমেণ্টবিলাক, স্থানীয় স্বায়ত্ত-শাসনৰ

প্ৰতিষ্ঠানবোৰ, আৰু ভাৰতীয় ৰবৰ বাগিচাবিলাকক দিয়া ধাৰৰ 'উৎপাদনশীলতা' সম্পৰ্কে ভয়ানক সংশয় আছে, কাৰণ এইখিনি ঋণৰ বোজা বহন কৰিবৰ সামৰ্থ এইবিলাক প্ৰতিষ্ঠানৰ নিজৰ নিজৰ একেবাৰে প্ৰজাৰ ওপৰত বাজহ বঢ়াবৰ ক্ষমতাৰ ওপৰত নিৰ্ভৰ কৰিছে।

(চ) এইবিলাক ঋণ সম্পৰ্কে সম্পূৰ্ণ দায়িত্ব ললেও "বোম্বে ডেভেলপমেণ্ট" ঋণ ( ১৫ কোটী টকা ) বাদ দিব লাগিব। কাৰণ প্ৰজাই প্ৰতিবাদ কৰা সত্বেও এই ধাৰ লগোৱা হৈছে; আৰু, এইখিনি ধাৰ পৰিশোধ কৰিবলৈ অৰ্থকৰী নাইবা উপাৰ্জ্জনশীল সম্পত্তি একেবাৰেই সৃষ্টি হোৱা দেখা নেযায়।

---

# ৫ম ভাগ

৫১। দাবীৰ চমু বিৱৰণ—পূৰ্ব্ববৰ্ত্তী পেৰাবিলাকত যিবোৰ দাবী কৰা হৈছে, সেইবোৰ চমুকৈ তলত দিয়া হল:—

| বছৰ | দাবীৰ বিষয় | কোটী টকা | মুঠ পৰিমাণ |
|---|---|---|---|
| ১৮৫৭ সনৰ পূৰ্ব্বতে | ভাৰতীয় সীমান্তৰ বাহিৰত কৰা কোম্পানীৰ যুদ্ধ বিগ্ৰহাদিত… | … ৩৫·০০০ | |
| | কোম্পানীৰ সমুদায় মূলধন ষ্টকৰ বাবে ১৮৩৩-৫৭ সনৰ ভিতৰত দিয়া সুদ… | … ১৫·১২০ | ৫০·১২০ |
| ১৮৫৭ সন | ছিপাহী বিদ্ৰোহৰ খৰচ … | … | … ৪০·০০০ |
| | ১৮৫৭-৭৪ সনৰ ভিতৰত কোম্পানীৰ মূলধন ষ্টকৰ বাবে দিয়া সুদ… | … ১০·০৮০ | |
| | ইষ্ট ইণ্ডিয়া কোম্পানীৰ মূলধনৰ পুনৰদ্ধাৰত… … | … ১২·০০০ | ২২·০৮০ |
| ১৮৫৭-১৯০০ | ভাৰতীয় সীমান্তৰ বাহিৰত হোৱা যুদ্ধাদিত… … | … ৩৭·৫০০ | |

| বছৰ | দাবীৰ বিষয় | কোটী টকা | মুঠ পৰিমাণ |
|---|---|---|---|
| ১৯১৪-১৯২০ | যুৰোপীয় মহাৰণত | | |
| | দান… … … | ১৮৯.০০০ | |
| | উক্ত যুদ্ধৰ খৰচ … | ১৭০.৭০০ | ৩৯৭.২০০ |
| ১৮৫৭-১৯৩১ | ব্ৰহ্মদেশ সম্পৰ্কে | | |
| | বিবিধ খৰচ… … | ২০.০০০ | |
| | | ৮২.০০০ | ১০২.০০০ |
| ১৯১৬-১৯২১ | ওলোটা হুণ্ডীৰ (Reverse Council) | | |
| | বাবে হোৱা ক্ষতি … | ৩৫.০০০ | ৩৫.০০০ |
| | গৱৰ্ণমেণ্টে ৰেলৱে কোম্পানীবোৰ নিজৰ হাতলৈ আনোতে দিয়া প্ৰিমিয়াম… … … … | | ৫০.০০০ |
| | সামৰিক আৰু ৰাজনৈতিক ৰেলৱে খৰচ… … … | | ৩৩.০০০ |
| | সৰ্ব্বমুঠ দাবী… … … | | ৭২৯.৪০০ |

কেৱলমাত্ৰ যুৰোপীয় মহাৰণত দিয়া দান আৰু ৰেলৱে কোম্পানীবিলাকক দিয়া প্ৰিমিয়ামৰ বাহিৰে, আন সকলো বিষয়তে যিবিলাকত ধনৰ পৰিমাণ পাউণ্ড ষ্টাৰ্লিংৰ হিচাপত পোৱা গৈছে ২ খিলিঙৰ নিৰিখমতে ৰূপৰ টকালৈ অনা হৈছে। যুদ্ধত দান আৰু ৰেলৱেক দিয়া প্ৰিমিয়াম ১৬ পেন্সৰ নিৰিখমতে টকালৈ অনা হৈছে। এইবিলাক হিচাপত একো সুদ ধৰা

হোৱা নাই। দাবী সম্পৰ্ক সুদ বুলি পাছত যিটো টকা দিয়া হৈছে তাতেই সুদৰ হিচাপ পোৱা যাব।

৫২। অনুমোদন—ইষ্ট ইণ্ডিয়া কোম্পানীয়ে ভাৰতবৰ্ষত ৰাজনৈতিক ক্ষমতা পোৱাৰেপৰা গ্ৰেট বৃটেনৰ আৰ্থিক সমৃদ্ধি বাঢ়ি জাতীয় সম্মান বাঢ়িছে। আনফালে, ইয়াৰ ফলত ভাৰতীয় শিল্পবোৰ সমূলি ধ্বংস হৈছে, নাইবা বিদেশী শাসনৰ গৰকাত পৰি ঠন ধৰিব পৰা নাই, আৰু গ্ৰেট বৃটেনত তৈয়াৰী হোৱা মালৰ বাবে ভাৰতবৰ্ষ এখন বজাৰত পৰিণত হৈছে। এই বজাৰখন বাঢ়ি ডাঙৰ নোহোৱা হলে আৰু নিজৰ ব্যৱসা আৰু শিল্পাদিৰ উন্নতি কৰিবলৈ ভাৰতবৰ্ষৰ ধন নোপোৱা হলে, বৃটেনৰ অৱস্থা বৰ্ত্তমানৰ দৰে নহলহেঁতেন। শাসন সম্পৰ্কীয় আৰু সামৰিক বিভাগবিলাকৰ সকলো গ্ৰেডতে কৰ্ম্মচাৰী হিচাপে নিযুক্ত হবলৈ, বৃটিশ জাতিৰ কাৰণে ভীষণ ডাঙৰ মুকলি ঠাই ভাৰতবৰ্ষত পৰি আছে। আৰু আন কি এইবিলাক কৰ্ম্মচাৰীৰ বাবে দিয়া দৰ্মহা আৰু পেন্সন আদিৰ হিচাপ মুঠ কৰিলে সেই অঙ্ক বৰ ডাঙৰ হব। আৰ্থিক সমৃদ্ধি বৃদ্ধিৰ বাহিৰেও, ভাৰতবৰ্ষ অধিকাৰৰপৰাই পৃথিবীত শক্তিশালী জাতি বুলি গ্ৰেট বৃটেনৰ খ্যাতি প্ৰধানতে হৈছে। নৈতিক আৰু ন্যায়সঙ্গত ফালৰপৰা ভাৰতবৰ্ষৰ ঋণৰ বৰ্ত্তমান দায়িত্ব ভাৰতবাসীৰ কান্ধৰ পৰা নি গ্ৰেট বৃটেনে নিজৰ কান্ধত লবলৈ এইবিলাক কথাই যথেষ্ট কাৰণ।

এই সূত্ৰতে গ্ৰেট বৃটেনে আইৰিছ ফ্ৰী ষ্টেটৰ লগত যি দৰে ব্যৱহাৰ কৰিছে তাৰো আলোচনা কৰা অপ্ৰাসঙ্গিক নহব। আইৰিছ ফ্ৰী ষ্টেট গঠন নোহোৱালৈকে, আয়াৰলেণ্ড 'য়ুনাইটেড

কিংডমৰ এটা অংশ আছিল, আৰু সেইকাৰণে ইংলণ্ড, স্কটলেণ্ড আৰু বেলছৰ লগত বৃটিশৰ জাতীয় ঋণৰ বাবে সমানে দায়ী আছিল। 'আইৰিছ ফ্ৰী ষ্টেট' গঠিত হোৱাত, এই জাতীয় ঋণ ৭,৭২১০ লাখ পাউণ্ড আছিল; তেতিয়া কাৰ ভাগত কিমান পৰে, সেই সম্পৰ্কে প্ৰশ্ন উঠিল। 'আয়াৰলেণ্ড এক্ট'ৰ (Ireland Act—Confirmation of Agreement) ৫ ধাৰামতে এই দৰে দিহা আছে :—

"আয়াৰলেণ্ডৰ যিটো দাবী ন্যায়সঙ্গত বুলি স্থিৰ হব, সেইখিনি বাদ দি, সেই তাৰিখলৈকে 'যুনাইটেড কিংডম'ৰ ৰাজকীয় ঋণ আৰু যুদ্ধাদিৰ পেন্সনৰ বাবে দিবলগীয়া যিমান আছিল,—সেই দায়িত্বৰ এটা উচিত অংশ আয়াৰলেণ্ডে বহন কৰিব। আয়াৰলেণ্ডে যি দাবী দাঙি ধৰিব, সেই সম্পৰ্কে দুয়োটা জাতিৰ ভিতৰত মতৰ অমিল হলে, এজন নাইবা তাতোকৈ সৰহসংখ্যক স্বাধীন ব্যক্তিৰে গঠিত পঞ্চায়তে এই সম্পৰ্কে বিচাৰ কৰি নিৰ্দ্দেশ কৰিব। এই পঞ্চায়তৰ সকলো মেম্বৰ বৃটিশ সাম্ৰাজ্যৰ নাগৰিক হব লাগিব।"

এই ধাৰাৰ সৰ্ত্তমতে, বহু দিন ব্যাপী চলি থকা যুদ্ধত হোৱা লুণ্ঠন আদিৰ বাবে আয়াৰলেণ্ডে ক্ষতিপূৰণৰো দাবী নিশ্চয় কৰিব পাৰে। ইয়াৰ পাছত ১৯২৫ সনৰ আয়াৰলেণ্ড আইন (Ireland Act—Confirmation of Agreement) বিধিবদ্ধ হল; ইয়াত এইদৰে দিয়া আছে :—

"৫ নম্বৰ 'আৰ্টিকল'মতে আয়াৰলেণ্ডৰ ওপৰত যি আৰ্থিক দায়িত্বৰ বোজা জাপি দিয়া হৈছিল,

এতিয়া সেই বৈজ্ঞানপৰা আয়াৰলেণ্ডক মুক্তি দিয়া হৈছে।”

উক্ত আইন বিধিবদ্ধ হোৱাৰ ফলত, আয়াৰলেণ্ডৰ লগত সম্পৰ্ক থকা সকলো কথাতেই, ইংলণ্ডই আইৰিছ যুদ্ধৰ সকলো খৰচৰ দায়িত্বই যে নিজৰ গাত লৈছিল এনে নহয়, ইয়াৰ বাহিৰেও ৰাজকীয় ঋণ পৰিশোধত আয়াৰলেণ্ডৰ অংশও বহন কৰিব বুলি গাত তুলাই লৈছিল। এতিয়া ভাৰতবৰ্ষয়ো তেনেবিধৰ ব্যৱহাৰ দাবী কৰিছে।

ইয়াৰ উপৰিও এইখিনি কব লাগিব যে আয়াৰলেণ্ডৰ লগত হোৱা যুদ্ধ বহুদিন ব্যাপী চলিছিল আৰু ইয়াৰ বাবে বৰ অতিপাত খৰচ হৈছিল—এই খৰচ কিছুমাণে বছেৰেকীয়া ৰাজহৰ পৰা যোগোৱা হৈছিল, আৰু কিছু পৰিমাণে ঋণ গ্ৰহণ কৰি চলাব লগীয়া হৈছিল। ইয়াৰ শিক্ষা কটফটীয়াকৈ ওলাই আছে। ভাৰতবৰ্ষই এতিয়া জাতীয় স্বায়ত্ত-শাসনৰ নতুন বাটত খোজ লবলৈ হলে, ভাৰতবৰ্ষৰ লগতো ন্যায়সঙ্গত ব্যৱহাৰ বিশেষ আৱশ্যক, জাতীয় উন্নতি সাধিবলৈ হলে মুকলি মূৰেৰে, কোনো বোজা নোহোৱাকৈ নতুন বাটত জাতীয় গৱৰ্ণমেণ্টে খোজ লব লাগিব। ভাৰতবৰ্ষই এতিয়া অতিৰিক্ত ৰাজহৰ বোজা লব নোৱাৰে। সেই বাবে ভাৰতবৰ্ষৰ উন্নতি সম্ভৱপৰ কৰিবলৈ হলে:—জাতীয় ৰাজহ জাতীয় উন্নতিৰ বাবে ব্যৱহাৰ কৰিব লাগিব। ৰাষ্ট্ৰীয় শাসন আৰু সামৰিক বিভাগত দেশৰ প্ৰয়োজনৰ জোখাই খৰচ কৰি শাসন-ব্যয় কমাই আৰু জাতীয় স্বাৰ্থৰ লগত সম্বন্ধ নথকা ঋণৰ দায়িত্বৰ পৰা মুক্তি দিলেহে শিক্ষা, স্বাস্থ্য বিভাগ আৰু আৰ্থিক উন্নতিমূলক কৰিবলৈ অন্যান্য

বিষয়বিলাকত খৰচ কৰিব পৰা হব / ভাৰতীয় ৰাজহৰ সৰহ ভাগ ধন সামৰিক বিভাগত ব্যয় কৰা হয় বুলি জগতত ভাৰত গভৰ্ণমেণ্টৰ দুৰ্ণাম বিয়পি পৰিছে। জগতৰ সকলো দেশৰ আয়-ব্যয়ৰ তুলনামূলক হিচাপ পৰীক্ষা কৰি চাই ভাৰতবৰ্ষৰ লগত ৰিজালে সামৰিক ব্যয়ৰ হিচাপত ভাৰতবৰ্ষই জগতত প্ৰথম ঠাই অধিকাৰ কৰিব। জাতি গঠন কৰা বিষয়বিলাকৰ লাগতিয়াল খৰচ কাটি নি কেৱলমাত্ৰ ব্ৰিটিশ সাম্ৰাজ্যৰ স্বাৰ্থৰ বাবে সামৰিক বিভাগত অতিৰিক্ত ব্যয় কৰি ভাৰতবৰ্ষৰ নিৰ্ণয় কৰিব নোৱাৰা ক্ষতি কৰা হৈছে। ভাৰতবৰ্ষত যি ফৌজ ৰখা হৈছে, সেই ফৌজ কেৱল বাহিৰৰ শত্ৰুৰ আক্ৰমণৰপৰা ৰক্ষা কৰিবলৈ ৰখা হৈছে বুলিব নোৱাৰি। ভাৰতবৰ্ষ দখলত ৰাখিবলৈকে এই ফৌজ ৰখা হৈছে ( Army of occupation )। লৰ্ড ছেলীছবেৰীৰ ভাষাত কবলৈ হলে কব পাৰি যে, ভাৰতবৰ্ষৰ বাহিৰত ব্ৰিটিশ সাম্ৰাজ্যৰ স্বাৰ্থ ৰক্ষা কৰিবলৈ ফৌজ যোগাবলৈ ভাৰতবৰ্ষখনক ছিপাহীৰ ঘাই বাহৰৰ দৰে ব্যৱহাৰ কৰা হৈছে। সেই বাবে ভাৰতবৰ্ষৰ সাধাৰণ সামৰিক ব্যয়ৰ এটা অংশ গ্ৰেট ব্ৰিটেইনে নিশ্চয় দিয়া উচিত আৰু ভাৰতবৰ্ষৰ লগত মিটমাট হবলৈ কথা-বতৰা চলোতে এই বিষয়টোৰ আলোচনা হোৱাটো ন্যায়সঙ্গত বুলি ধৰি লোৱাটো উচিত বুলি কলে আমাৰ অন্যায় নহব।

ডি, এন, বাহাদুৰজী।
কে, টি, স্বাহ।
বুলাভাই দেছাই।
জে, ছি, কুমাৰাপ্পা।

---

# পৰিশিষ্ট

ব্যৱসা-বাণিজ্য কৰা মানুহৰ দৰে চৰকাৰেও ঋণ লব লাগে। এই ঋণ সাধাৰণতে দুই প্ৰকাৰৰ। এক শ্ৰেণীৰ ঋণ ক্ষণস্থায়ী। শাসন-কাৰ্য্যৰ দৈনন্দিন প্ৰয়োজনমতে এই ঋণ লোৱা হয়। সাধাৰণতে মাটিৰ ৰাজহকে আদি কৰি সকলোবিধৰ কৰ উঠোতে সময় লাগে। তাৰ উপৰি গোটেই বছৰতে এইবিলাক কৰ সমানে আদায় কৰিব নোৱাৰি। ব্যৱসা-বাণিজ্যৰ সুবিধা অসুবিধা প্ৰভৃতি বহুতো কাৰণত কৰদাতাসকলৰ হাতত সদায় সমানে ধন নাথাকে। সেই কাৰণত বছৰৰ শেহত, নাইবা মাজভাগতহে ৰাজহৰ ভিৰ দেখা যায়। অথচ চৰকাৰৰ কাম কাজ এই ধন নুঠেমানে বৈ থাকিব নোৱাৰে। বিষয়াবিলাকক দৰমহা সময়মতে দিব লাগিব, তাৰ উপৰিও আন আন বহুতো কামত টকা খৰচ কৰিবই লাগিব। গতিকে কৰ উঠাৰ আগতে খৰচ কৰিব লগীয়া হয়। সেই কাৰণে এইবিলাক অৱশ্যম্ভাবী খৰচৰ যোৰা মাৰিবলৈ ঋণ নললে নহয়। ঘৰুৱা জীৱনতো আমি বিয়াই সবাহে বা আন আন বহুতো কথাত এই দৰে ঋণ লওঁ। গভৰ্ণমেণ্টৰ এনেবিধৰ ক্ষণস্থায়ী ঋণক "আন ফাণ্ডেড" বা ফ্লোটিং ঋণ বোলে। যি ৰাজহৰ আশা কৰি এই দৰে ঋণ লোৱা হয়, সেই ৰাজহ আদায় হোৱামাত্ৰে এই ঋণ পৰিশোধ কৰা হয়।

ব্ৰিটিশ গভৰ্ণমেণ্টৰ আয়-ব্যয়ৰ প্ৰণালীলৈ মন কৰিলে তিনি বিধ অস্থায়ী বা আন ফাণ্ডেড ঋণ দেখিবলৈ পোৱা যায়।

"এডভান্সড্ ট্রেজাৰী বিল" এবধৰ বণ্ড। প্ৰতি বছৰে ব্ৰিটিশ ছৰকাৰৰ জাতীয় ঋণৰ সুদৰ বাবে কেইবা লাখ পাউণ্ড দিব-লগীয়া হয়। এই সুদ খিনি তিনি মাহে দিয়া হয়। সুদৰ টকাটো পাৰ্লিয়ামেণ্টে বছেৰেকীয়া ৰাজহত ধৰি দিয়ে। কিন্তু ছৰকাৰৰ ৰাজহ উঠে ধন দিবলগীয়া সময়ৰ বহুতো পিছত। সেই কাৰণে ৰাজস্ব বিভাগে "বেঙ্ক অব ইংলণ্ড"ৰ পৰা এই ধনখিনি অস্থায়ীভাৱে ধাৰে লৈ সুদ দিয়ে। এই ঋণৰ নাম 'ডিফিছিয়েন্সী' নাইবা ঘাটি 'এডভান্স।' ৰাজহ উঠামাত্ৰেই 'বেঙ্ক অব ইংলণ্ডত' ছৰকাৰে ৰাজহৰ ধন জমা দিয়ে। বেঙ্কে এই ধনখিনি সুদে মূলে কাটি লয়।

"ট্ৰেজাৰী বিল" এক প্ৰকাৰৰ হুণ্ডী। এই বিলবিলাক ছৰকাৰে তৈয়াৰ কৰাই ছৰকাৰৰ নামত বিক্ৰী কৰে। সাধাৰণতে আমাৰ ভিতৰত যদি কোনোৱে আনৰ পৰা টকা ধাৰে লয় তেন্তে, তেঁও এখন হেণ্ডনোট বা চুক্তিপত্ৰ দিয়ে। এই কাগজ-খনত দিন পৰিলেই ধাৰৰ টকা পৰিশোধ কৰিব বুলি লিখা থাকে। 'ট্ৰেজাৰী বিলো' এক প্ৰকাৰৰ প্ৰতিজ্ঞাপত্ৰ। গভৰ্ণমেণ্টে বেলেগ বেলেগ মানুহৰ লগত পৃথকে বন্দোবস্ত নকৰি সদৌ ঋণদাতা সকলৰ লগত চুক্তি কৰি প্ৰতিজ্ঞাপত্ৰ লিখি দিয়ে। ছৰকাৰৰ মান প্ৰতিপত্তি ধন বেছি—সেই বাবে ছৰকাৰৰ কথাৰো মূল্য বেছি আৰু ছৰকাৰৰ ওপৰত ধৰুৱা সকলৰো আস্থা বেছি। এই কাৰণে ছৰকাৰে ধন ধাৰে খুজিলে, ধাৰে দিওঁতা সকলৰ ভিতৰত অৰিয়া-অৰি হয়। সকলোৱে বিচাৰে যেন তেওঁলোকৰ ধাৰৰ টকা আকৌ ঘূৰি আহে আৰু তেওঁলোকৰ সুদো নিয়মমতে পায়। ছৰকাৰক ধন দিলে সাধাৰণতে সুদ বা মূলৰ নিমিত্তে আশঙ্কা নাই

বুলি সকলোৱে বিশ্বাসি। সেই বাবে চৰকাৰে ধন ধাৰে বিচৰা মাত্রেই হেজাৰে হেজাৰে মহাজন, নাইবা বেঙ্কে ধন দিবলৈ উপযাচি ওলায়। চৰকাৰৰ প্রতিজ্ঞাপত্র বা ট্রেজাৰী বিলবোৰ সাধাৰণ বস্তুৰ দৰে বজাৰত বিক্রী হয়। সেইবোৰ কিনিবৰ নিমিত্তে মানুহৰ ভিতৰত হেতা-ওপৰা লাগে। এই ঋণ চৰকাৰে বেচি দিন নাৰাখে, তিনি মাহৰ ভিতৰতে পৰিশোধ কৰে। বিলখনত তাৰ মূল্য অর্থাৎ ধাৰে লোৱা টকাটো লিখা থাকে। যি টকা ধাৰে দিয়ে তেওঁ বিলখন কিনি লয়। কিনি লওতেই তেওঁ সেই টকাৰ সুদ খিনি কাটি ৰাখে অর্থাৎ এশ টকাৰ বিলখনত শতকৰা ৪ টকা সুদত তিনি মাহৰ সুদ ১ টকা কাটি বাকী ৯৯ টকা দিয়ে। বিলৰ মূল্য ৯৯ টকা গভর্ণমেণ্টে লৈ তেওঁলোকৰ কাম চলায়। তিনি মাহৰ অন্তত আকৌ চৰকাৰে এই বিল কিনি লয়। তেতিয়া গভর্ণমেণ্টে পূৰা এশ টকা দিয়ে। ইয়াকে 'ডিছকাউণ্ট' কৰা বোলে। সুদ মূল দুয়োটাই ধৰুৱাই ঘূৰাই পায়। এনেকৈ "ট্রেজাৰী বিল" বেচি চৰকাৰে ৰাজহ পোৱাৰ আগতে আৱশ্যকীয় ধন ধাৰে লৈ য'ত যি দিব লাগে দিয়ে, ৰাজহ উঠিলেই বিল বিলাক কিনে আৰু এই দৰে অস্থায়ী ঋণ পৰিশোধ হয়।

ট্রেজাৰী বিলৰ আৰু এটা সংস্কৰণ আছে, এই বিলবিলাক ছমাহকৈ থাকে। কিন্তু দিনৰ মূৰ পৰিলেই বিলবোৰ চৰকাৰে পুনৰ সৃষ্টি কৰে। এই ধৰণৰ ট্রেজাৰী বিলবোৰ দেখাত অস্থায়ী বা আনফাণ্ডেড্ ঋণ, কিন্তু কার্য্যতঃ ফাণ্ডেড বা স্থায়ী ঋণৰে এটা অংশ। ধৰৱাই ইচ্ছা কৰিলেই বিলত সুমাই থোৱা ধন উলিয়াই লব পাৰে। কাৰণ এই বিলবিলাক সকলোৱে বিচাৰে। বজাৰত দিলেই যেয়ে সেয়ে কিনিব। হাতত ধন থকা মানুহে অনাহকতে

বাকছত ধন সুমাই থোৱাতকৈ ভাল ধকৰা পালেই সেই ধন ধাৰে দি, যি পাৰে সুদ লাভ কৰিবলৈ বিচাৰে। এই শ্ৰেণীৰ মানুহে সেই ধন ভাল সুদত খটাবলৈ পালে ভাল পায়। কিন্তু যাকে তাকে ধাৰে দিবলৈকো ভয়। হয়তো দিনৰ মূৰত সুদ নাপাব। কেতিয়াবা মূলকে উলিয়া টান হব। 'ট্ৰেজাৰী বিল' কিনিলে এনে দুৰ্গতি হোৱাৰ আশঙ্কা নাথাকে। গতিকে ট্ৰেজাৰী বিল সকলোৱে আগ্ৰহ কৰি কিনে।

ওপৰত কোৱাবিলাক বাস্তৱিকতে অস্থায়ী ঋণ—কিন্তু আৰু এবিধ ঋণ আছে, যাক সম্পূৰ্ণে অস্থায়ী বুলিব নোৱাৰি আৰু স্থায়ীও বুলিব নোৱাৰি। ধৰক চৰকাৰে এটা ৰেলৱে কোম্পানীৰ পৰা এটা ৰেলৰ লাইন কিনি নিজে চলাব খুজিছে। লাইনটো চলালে চৰকাৰৰ লাভ হব। গতিকে ইয়াত খটোৱা টকা পানীত নপৰে। অথচ বছৰ দিয়েক চলাই লাভ নকৰে মানে ধনো নেপায়। সেই কাৰণে এই ধৰণৰ অনুষ্ঠান একোটা কিনিবৰ নিমিত্তে চৰকাৰে অলপ দীৰ্ঘস্থায়ী (অথচ অস্থায়ী) ঋণ লব লগীয়াত পাৰে। এই ঋণৰ নাম 'একচ্‌চেকাৰ বণ্ড'। এই ঋণপত্ৰবিলাক বেচি পোৱা ধন চৰকাৰে এটা নিৰ্দ্দিষ্ট সময়ৰ ভিতৰত দুবছৰ, পাঁচ বছৰ, দহ বছৰৰ মূৰত পৰিশোধ কৰিব লাগিব। তাৰ উপৰিও এই বণ্ডবিলাকত এটা নিৰ্দ্দিষ্ট হাৰে সুদ দিব লাগে। চৰকাৰে প্ৰতি তিনি মাহে সুদ খিনি দি দিয়ে। গতিকে 'একচ্‌চেকাৰ বণ্ডত' ট্ৰেজাৰীবিলৰ দৰে ডিছ্‌কাউণ্ট ধৰা নহয়।

"একচ্‌চেকাৰ বণ্ড" দহ বাৰ বছৰলৈকে থাকে। চৰকাৰে যদি তাতোকৈ বেছি দিনৰ কাৰণে ধন ধাৰে লবলগীয়া হয়,

তেতিয়া 'টাৰ্মিনেৱল্ এন্নুইটিজ' (Terminable Annuities) বুলি এবিধ ঋণ কাকত তৈয়াৰ কৰে। পোষ্ট আৰু টেলিগ্রাফ বিভাগত কেতিয়াবা কেতিয়াবা খৰচ কৰিব লগীয়া হলে, চৰকাৰে এই দৰে ঋণ লয়। "এন্নুইটি" কাগজবোৰ এবিধ বীমা। জীৱন-বীমা কৰা মানুহৰ দৰে "টাৰমিনেবল এন্নুইটী" কিনা মানুহেও চৰকাৰক কিছু টকা ধাৰে দিয়ে। টকাটো কেইবাটাও কিস্তি কৰি ফিৰাই দিয়া হয়। কিস্তি স্থিৰ কৰোতে এনেভাবে হিছাপ কৰা হয়, যেন মূলধন আৰু সুদ অলপ অলপকৈ পৰিশোধ হৈ শেষত গোটেই ঋণটো অন্ত হয়। এনেবিধৰ ঋণ লবলৈ চৰকাৰে বাহিৰা মানুহৰ ওচৰলৈ নাযায়। চৰকাৰৰ নানা বিভাগৰ হাতত খৰচ নোহোৱা অতিৰিক্ত ধন থাকে, সেই বিভাগবিলাকেই এই ঋণ দিয়ে। এই হল অস্থায়ী বা আনফাণ্ডেড ঋণৰ কথা।

এতিয়া স্থায়ী ঋণৰ বিষয়ে আলোচনা কৰা হওক। এই ঋণ যুদ্ধাদি নাইবা, কিবা আকস্মিক দুৰ্ঘটনাৰ সময়ত লবলগীয়া হয়। এই ঋণৰ নাম 'কনছলছ'। কনছল এবিধৰ খত। চৰকাৰে ধাৰে লোৱা টকাৰ বাবে এই খত ধৰুৱাক লিখি দিয়ে। কনছল-বিলাক বেচা-কিনা হয়। কিন্তু সিহঁতৰ বেচা-কিনা মূল্যৰ লগত নিৰ্দ্দিষ্ট ( nominal ) মূল্যৰ হেৰফেৰ হয়। ধৰুৱাই চৰকাৰৰ পৰা এই কনছল কিনি লয়। তাৰ পৰিবৰ্ত্তে এশ পাউণ্ড মূল্য লিখি থোৱা কনছল খনে প্রতি তিনি মাহে বাৰ শিলিং ছয় পেন্স ( অৰ্থাৎ শতকৰা ২॥০ টকা হিছাপে ) সুদ পায়। সুদ নিয়মমতে পাই থাকে। কিন্তু মূল কেতিয়া পৰিশোধ কৰিব চৰকাৰে এই বিষয়ে কোনো কথা নিদিয়ে। ধৰুৱাই চৰকাৰক ধন লাগে বুলি দাবি কৰিবৰ বাট নাই। মাত্র বছৰে

২ পাউণ্ড ১০ শ্বিলিং সুদ পায়। বজাৰত টকাৰ সুদৰ হাৰ চাই কনছলৰ দামৰ সালসলনি হব পাৰে। কনছলৰ সুদ দিবৰ কাৰণে বছৰেকীয়া বাজেটত চৰকাৰে সদায় টকা ৰাখে। কনছল-বিলাকত সাধাৰণতে শতকৰা ২॥০ টকা হাৰে সুদ দিয়ে।

ধন ধাৰে লোৱা উজু, পৰিশোধ কৰাহে চৰকাৰৰ পক্ষে ই আৰু টান। কাৰণ চৰকাৰে কৰদাতাক আহকাল নকৰাকৈ ধন নাপায়। নিজে সাৰি থাকিবলৈ কৰদাতাই ভাল পায়। কৰদাতাক বৰকৈ আমনি নকৰি সহজে ঋণ পৰিশোধ কৰাৰ এটা উপায় 'ছিঙ্কিং ফাণ্ড'। এইটো মূলতে ব্ৰিটিশ অৰ্থশাসনৰ ব্যৱস্থা, ব্ৰিটেনতে ইয়াৰ জন্ম। ঋণ পৰিশোধৰ কাৰণে বছৰেকীয়া বাজেটত যি ধন সদায় নিয়মমতে ৰখা হয়, তাকে ছিঙ্কিং ফাণ্ড বোলে। ইংলণ্ডত এই ধন অস্থায়ী ঋণৰ সুদ আৰু মূলৰ লগত লুকুৱাই পাৰ্লিয়ামেণ্টত 'পাছ' কৰি লোৱা হয়। লুকুৱাই নললে কি জানি পাৰ্লিয়ামেণ্টে অনুমতি নিদিয়েই। ছিঙ্কিং ফাণ্ডলৈ বুলি বছৰি যি টকা ৰখা হয়, সেই টকা খিনি ব্ৰিটিশ গভৰ্ণমেণ্টে জাতীয় ঋণ সমিতিৰ ( National Debt Commission ) হাতত দিয়ে। সমিতিয়ে টকাটো "টাৰমিনেবল এন্নুইটী", "একছ্‌চেকাৰ বণ্ড" আৰু ট্ৰেজাৰী বিলত খটায়। তাৰ উপৰিও এই ধনেৰে "ষ্টক একছ্‌চেঞ্জ"ত সাধাৰণ ষ্টক বা কোম্পানীৰ কাকতো কিনে। এনেকৈ সুদলৈ খটোৱা বাবে ছিঙ্কিং ফাণ্ডৰ আকাৰো বাঢ়ি যায়। ইপিনে বছৰি বছৰি বাজেটৰ পৰাও ধন আহিয়ে থাকে। যেতিয়া ফাণ্ডৰ অৱস্থা ভাল হয়, আৰু বজাৰৰ অৱস্থা চাই স্থায়ী ঋণ কাকত কনছলবোৰৰ দাম কমে জাতীয় ঋণ সমিতিয়ে সম্ভাদৰত যিমান পাৰে কাকত কিনি পেলায়। অৰ্থাৎ বজাৰৰ সুদৰ হাৰ

অনুসৰি যেতিয়া ১[illegible] পাউণ্ডৰ কনছলখন কমি ৯০ বা ৯৫ পাউণ্ডত বিক্ৰী হয়, সেই সুবিধাতে সমিতিয়ে কিনি পেলায়। ধনৱাৰ হাতত এই কনছল বা খতবোৰ কিনি পেলালেই সিহঁতৰ মূল্য অনুপাতে জাতীয় স্থায়ী ঋণ পৰিশোধ হৈ কমি যায়। এই দৰে কৰদাতাই গম নোপোৱাকৈ স্থায়ী বা অনিশ্চিত কালৰ ফাণ্ডেড ঋণ ব্ৰিটেইনত পৰিশোধ কৰা হয়।

—·—:○:——